শ্ৰীশ্ৰীনৰদেৱ গ্ৰন্থাৱলী—চতুৰ্থ সংখ্যা।

# সাত্বত তন্ত্ৰ

## নাৰদ শঙ্কৰ সম্বাদ

ভাগৱত মিশ্ৰৰ দ্বাৰা ৰচিত

সম্পাদক

শ্ৰীশৰৎচন্দ্ৰ গোস্বামী বিদ্যানিধি,
B. A., B. T., I. S. O.

প্ৰকাশক

শ্ৰীৰামেশ্বৰ বৰুৱা বি, এ,

প্ৰধান সম্পাদক

অসম সাহিত্য সভা

যোৰহাট

দাম—৷৵৹ দহ অনা

# সাত্বত তন্ত্ৰৰ পাতনি।



সাত্বত তন্ত্ৰ বিখ্যাত বৈষ্ণব গ্ৰন্থ। পাছে, সাত্বত তন্ত্ৰ এখন নহয়, অসংখ্য আছে। অষ্টোত্তৰ শত সংখ্যা বুলি অনেক পণ্ডিতে কয়; অনেকে তাৰ বেছি বুলিও উল্লেখ কৰে।

বৰ্তমান প্ৰকাশ কৰা পদ যি খন মূল পুথিৰ অনুবাদ, সি এখন প্ৰসিদ্ধ গ্ৰন্থ। কিন্তু ইয়াৰ মূল পুথিখন প্ৰায় লুপ্ত হৈছিল। কেই বছৰ মান পূৰ্বে কাশীৰ প্ৰসিদ্ধ সংস্কৃত গ্ৰন্থ প্ৰকাশক চৌখম্বা পুস্তকালয়ে নেপালৰপৰা পুথি সংগ্ৰহ কৰি আনি তাকে প্ৰকাশ কৰে। এই গ্ৰন্থ সম্বন্ধে চৌখম্বা পুস্তকালয়ে তেওঁলোকৰ কেটেলগত যি উল্লেখ কৰিছে তাকে তলত উদ্ধৃত কৰি দিয়া হল। ইয়াৰ পৰাই এই গ্ৰন্থৰ দুষ্প্ৰাপ্যতা বিষয়ে বুজা যাব।

শ্ৰীসাত্বত তন্ত্ৰম্; বিদিতমেবৈতৎ পুৰাণজ্ঞানাৎ যৎ শ্ৰীমৎ ভাগৱতে "তন্ত্ৰং সাত্বতমাচষ্টে নৈষ্কৰ্ম্মং কৰ্মণাং যতঃ" ইত্যত্ৰ সাত্বত তন্ত্ৰমাগতমন্যত্ৰাপি তথা। তত্ৰ প্ৰসিদ্ধৈষ্টীকাকাৰৈঃ সাত্বততন্ত্ৰ-পদস্য বিদ্যমানাং সাত্বতসংহিতামুদ্দিশ্য পঞ্চৰাত্ৰসংহিতামিত্যৰ্থঃ কৃতঃ। আঙ্গললিপিমুদ্ৰিত বৃহৎপুস্তকসূচিকায়ামপি সাত্বততন্ত্ৰ পদেন সাত্বতসংহিতৈব লিখিতা। তেনৈতৎ জ্ঞায়তে যৎ বহোঃ কালাদাৰভ্য তন্ত্ৰমিদং লুপ্তমিৱ সঞ্জাতং। শ্ৰীশকৃপয়েদানীং মহা-মহোপাধ্যায় ৺নিত্যানন্দ পাৰ্ব্বতীয়চৰণৈঃ নেপালদেশতঃ আবিষ্কৃতং প্ৰকাশিতঞ্চাস্মাভিঃ। এতত্তন্ত্ৰং নাৰায়ণেন শিবায় উপদিষ্টং শিবেন

চ নাৰদায় ইতি গ্ৰন্থতো জ্ঞায়তে। অত্ৰ চ বিশ্বসম্ভৱকাৰণং শ্ৰীবিষ্ণোঃ সম্পূৰ্ণসকলাৱতাৰাঃ নামসহস্ৰং বৈষ্ণৱ নামাপৰাধাঃ সৰ্ব্বসাৰৰহস্যং, ইত্যাদি অনেকে বিষয়াঃ সন্তি। ইতি মূল্যম্ ১৷৷০

প্ৰাপ্তিস্থান—চৌখম্বা সংস্কৃত চিৰিজ অফিস।
( কাশী ) বেনাৰস চিটি
চৌখম্বা ক্যাটলগ. পৃঃ ৯১ )

কিন্তু আমাৰ প্ৰকাশিত এই পুথিৰ বিষয়ত ওপৰত কোৱা পুথিৰ কোনো সম্পৰ্ক নাই। প্ৰায় কুৰি বছৰ পূৰ্বে বন্ধুবৰ শ্ৰীযুক্ত ৰামেশ্বৰ বৰুৱাদেৱ যোৰহাট গৱৰ্ণমেণ্ট হাইস্কুলৰ হেড্ মাষ্টৰ আছিল। তেওঁৰ চেষ্টাত এই পুথিখনি বৰদোৱা থানৰ শ্ৰীযুত নাৰায়ণ নাম লগোৱাৰ পৰা পোৱা হৈছিল। তাৰে নকল এটা আমি সংগ্ৰহ কৰিলোঁ। দুয়ো লগ লাগি তাৰ পাঠ শুধৰোৱা হল। আন এখন পুথিৰ লগতো পাঠবোৰ মিলাই লোৱা হল। গুৱাহাটীৰ কামৰূপ অনুসন্ধান সমিতিৰ লাইব্ৰেৰীতো এই পুথিৰ এটা নকল আছে। শ্ৰীযুত সৰ্ব্বেশ্বৰ কটকীদেৱৰ সৌহাৰ্দ্যত তাৰ লগতো এই পুথিৰ পাঠ মিলোৱা হল।

তেতিয়াই বৰুৱাদেৱে আৰু মই এই পুথিৰ মূল্যৰ বিষয় বিশেষ কৰি ভাবিছিলোঁ আৰু সাহিত্য সভাক শ্ৰীশ্ৰীনৰদেৱ-গ্ৰন্থাৱলীৰ পৰা ইয়াক প্ৰকাশ কৰিবলৈ খাটিছিলোঁ। নানাবিধ কাৰণত তেতিয়া এই কাম হৈ নুঠিল। তাৰ পাছত আজি তিনি বছৰমান পূৰ্বে সাহিত্য সভাই ইয়াক প্ৰকাশ কৰিবলৈ সম্মত হয়।

*পদ পুথি যুগুত হোৱাৰ কিছুমান দিনৰ পাছত* প্ৰসিদ্ধ আমৰাগুৰি ( গড়েমাৰী ) সত্ৰৰ বৰ্ত্তমান অধিকাৰ অধ্যাপক শ্ৰীমান উমাকান্ত দেৱ গোস্বামী

এম, এ, বি, এল বাপাৰ ঘৰত এই পুথিৰ মূল-সংস্কৃতখনো পোৱা হয়। এই মূলৰ লগত পদ মিলাই চোৱাত দেখা গল যে পদ-কৰ্তা ভাগৱত মিশ্ৰই মূল অনুযায়ী প্ৰাঞ্জল পদত পুথি লেখিছে।

পুথিখনৰ বিষয়ে মই ওপৰৰ কথাখিনি লেখিলোঁ। কিন্তু ইয়াৰ বিষয় বস্তু আৰু সাত্বত ধৰ্মৰ বিষয়ক যি ভূমিকা ইয়াৰ পাছত প্ৰকাশ কৰা হল, তাক মোৰ অগ্ৰজ বৈষ্ণৱ শাস্ত্ৰত গভীৰ জ্ঞানসম্পন্ন পূজ্যপাদ শ্ৰীশ্ৰীযুক্ত প্ৰতাপচন্দ্ৰ দেৱ গোস্বামীৰ দ্বাৰা লেখা।

মই মুঠে এই পুথি সম্পৰ্কে এটা কথা কওঁ। ভাগৱত মিশ্ৰই এই পুথি প্ৰায় আঢ়ৈশ বছৰৰ পূৰ্বতে লেখে। বৰ্তমান সময়তো ভাৰতবৰ্ষৰ বহু ঠাইত সাত্বত গ্ৰন্থ পোৱা হোৱা নাছিল। অথচ অন্ততঃ আঢ়ৈশ বছৰৰ পূৰ্বৰ পৰা আমাৰ দেশত সাত্বত গ্ৰন্থৰ মূল আছিল; তাৰ আলোচনা হৈছিল; সেই গ্ৰন্থৰ পদ্য আৰু গদ্য অনুবাদ হৈছিল। * এই কথাৰ পৰা আমাৰ দেশৰ বিদ্যা চৰ্চা, বৈষ্ণৱ ধৰ্মৰ বহুল প্ৰচাৰ আৰু সামাজিক উন্নতি, তথা আমাৰ ভাষাৰ বিস্তাৰৰ কথা সহজতে অনুমান কৰিব পাৰি। এনে একোখন গ্ৰন্থ আমাৰ জাতিৰ আৰু ভাষাৰ পক্ষে বৰ গৌৰবৰ বিষয়।

---

* এই সময়তে আগৰা সত্ৰত সাত্বত তন্ত্ৰৰ গদ্য ( কথা ) পুথি এখনো পোৱা হৈছে। তাকো যথা সময়ত প্ৰকাশ কৰা হব।

# সাত্বত তন্ত্ৰৰ ভূমিকা।



[ পণ্ডিত প্ৰৱৰ শ্ৰীলশ্ৰীযুক্ত প্ৰতাপচন্দ্ৰ দেৱ অধিকাৰ গোস্বামী, বিদ্যাবিশাৰদ ধৰ্ম্মভূষণ কৰ্তৃক লিখিত ]

সাত্বত শব্দৰ অৰ্থ বিষ্ণু আৰু বিষ্ণুভক্ত। যি ধৰ্ম আলোচনাপূৰ্বক বিষ্ণুভক্তসকলে কাম্য কৰ্মাদি পৰিহাৰ কৰি দাস্য সখ্যাদি ৰতি অবলম্বনক্ৰমে শ্ৰৱণ, কীৰ্তন, স্মৰণ, বন্দন প্ৰভৃতি নববিধ ভক্তিৰ দ্বাৰাই ভগবানক আৰাধনা কৰে, সেই ধৰ্মৰ নাম সাত্বত ধৰ্ম।

অতি প্ৰাচীন কালত ভগবান নাৰদৰ উপদেশ অনুসাৰে যদুবংশীয় অংশুৰ পুত্ৰ মহাধনুৰ্ধৰ মহাপ্ৰতাপী দান-পুণ্যশীল সাত্বত ৰজাই দেবাৰ্চনপূৰ্বক এখন মহাশাস্ত্ৰ ৰচনা কৰে। কুন্ত-গোল প্ৰভৃতিৰ হিতাবহ সেই শাস্ত্ৰ প্ৰথমে কুন্ত-গোল জাতিয়ে শ্ৰৱণ কৰে—অৰ্থাৎ এই শাস্ত্ৰোক্ত ধৰ্ম অৱলম্বন কৰে। সেই শাস্ত্ৰই তেওঁৰ নাম অনুসাৰে সাত্বত শাস্ত্ৰ বুলি জনাজাত হয়।

স নাৰদস্য বচনাদ্বাসুদেবাৰ্চনান্বিতঃ।
শাস্ত্ৰং প্ৰবৰ্তয়ামাস কুন্ত-গোলাদিভিঃ শ্ৰুতম্॥
তস্য নাম্নাতু বিখ্যাতং সাত্বত নাম শোভনম্।
প্ৰবৰ্ততে মহাশাস্ত্ৰং কুন্তাদিনাং হিতাবহম্॥ ( কূৰ্ম পুৰাণ )

সাত্বত নাম হোৱাৰ ইও এটা কাৰণ। লোকমান্য তিলকে তেওঁৰ গীতা ৰহস্যত লিখিছে শ্ৰীকৃষ্ণ যদুবংশৰ যিটো শাখাত জন্মলাভ কৰিছিল সেই শাখাটোৰ নাম সাত্বত আছিল। সেই নিমিত্তে শ্ৰীকৃষ্ণৰ কথিত ধৰ্মৰ নাম সাত্বত ধৰ্ম। সাত্বত বা যদুবংশী লোকসকলে প্ৰথমে এই ধৰ্ম গ্ৰহণ কৰিছিল। সেই কাৰণেও সাত্বত নাম হব পাৰে। সাত্বত শাস্ত্ৰৰ প্ৰবৰ্তক মহাৰাজসাত্বতৰ পৰাই যদুবংশৰ ভোজ, অন্ধক, বৃষ্ণি আৰু সাত্বত প্ৰভৃতি শাখা হৈছে।

সাত্বত ৰজাই নাৰদৰ উপদেশ অনুসাৰে বাসুদেৱ অৰ্চনা মূলক সাত্বত শাস্ত্ৰ ৰচনা কৰাৰ দৰে পৰবৰ্ত্তী কালত মহামুনি ব্যাসদেৱে বিস্তৰ শাস্ত্ৰ ৰচনা কৰিও চিত্তপ্ৰসাদ লাভ কৰিব নোৱাৰাত নাৰদৰ উপদেশ অনুসাৰে ভগবানৰ ভক্তিমূলক ভাগৱৎ শাস্ত্ৰ ৰচনা কৰে। ভাগৱত শাস্ত্ৰৰো এটা নাম সাত্বত সংহিতা। যথা—

তত্ৰৈব ভগবান্ ব্যাসঃ কৃত্বা সাত্বত সংহিতাম্।
দ্বাদশস্কন্ধমেতাং হি শুকমধ্যাপয়ন্মুনিম্॥

গতিকে আমি পূৰ্ব্বত কোৱা অৰ্থ, অৰ্থাৎ সাত্বত ভগবান বিষ্ণুৰ উপাসনামূলক বিষ্ণুভক্তসকলৰ দ্বাৰা আচৰিত ধৰ্মই যে সাত্বত ধৰ্ম, তাত কোনো সন্দেহ নাই।

সাত্বত শাস্ত্ৰ অনুসাৰে ভগবানৰ অংশ, কলা, বিভূতি আদি ভেদে অবতাৰ অসংখ্য। সাত্বত শাস্ত্ৰ অনুসাৰে ভগবানৰ সকলো অবতাৰ নিত্য।

চাৰি বেদ, অষ্টাদশ পুৰাণ, চৌষষ্ঠিখন তন্ত্ৰ, সাতখন পঞ্চৰাত্ৰ, তিনিখন যামল ইত্যাদিৰ যেনেকুৱা নিৰ্দ্দিষ্ট নামে সৈতে পুৰাণত শ্লোক আদি পোৱা যায়, সাত্বত শাস্ত্ৰ সম্বন্ধে এনেকুৱা কোনো বচন প্ৰমাণ এই পৰিমিত আমি পোৱা নাই। কিন্তু সাত্বত শাস্ত্ৰ যে বিপুল এই কথাটো অনেক স্থানত আছে। শ্ৰীমদ্ভাগৱত পুৰাণকো সাত্বত সংহিতা বোলে বুলি আগেয়ে কোৱা হৈছে। এনেকৈ আন কোনো বৈষ্ণৱ পুৰাণ বা পঞ্চৰাত্ৰ শাস্ত্ৰাদি সাত্বত তন্ত্ৰৰ অন্তৰ্গত হব পাৰে, সেই কথা আমি ডাঠি কব নোৱাৰোঁ। তথাপি এই পৰিমিত দাক্ষিণাত্যৰ পৰা ১২৮ খন সাত্বত শাস্ত্ৰৰ নাম পোৱা গৈছে। আলোচ্য সাত্বত তন্ত্ৰও সেই সাত্বত শাস্ত্ৰবিলাকৰ অন্তৰ্গত।

সাত্বত তন্ত্ৰ ভাগৱত বা বৈষ্ণৱ ধৰ্মৰ অতি প্ৰামাণিক গ্ৰন্থ। গৌড়ীয় বৈষ্ণৱাচাৰ্য্য শ্ৰীশ্ৰীমদ্ ৰূপস্বামীপাদ প্ৰভৃতি মহাপুৰুষসকলে সাত্বত তন্ত্ৰৰ শ্লোক

প্ৰমাণ স্বৰূপে ভাগবতামৃত প্ৰভৃতি গ্ৰন্থত উদ্ধৃত কৰিছে। কামৰূপী বৈষ্ণৱ সমাজতো যে ই অতিশয় প্ৰৱল আছিল তাক সাত্বত তন্ত্ৰৰ এই অনুবাদৰ পৰাই কব পাৰি। কামৰূপী বৈষ্ণৱ সমাজত সাত্বত তন্ত্ৰৰ কেৱল পদেই নহয়, কথাও ( গদ্য ) এখনো আছে ; আৰু মূল সংস্কৃত পুথিও আমাৰ দেশত প্ৰচলিত আছে।

তন্ বিস্তাৰে, তন্ ধাতুৰ পৰা তন্ত্ৰ শব্দ ওলালেও তন্ত্ৰ শব্দৰ অৰ্থ সিদ্ধান্ত।

তন্ত্ৰ

সকলো সাত্বত সিদ্ধান্ত এই গ্ৰন্থত থকাৰ নিমিত্তে এই সাত্বত শাস্ত্ৰ সাত্বত তন্ত্ৰ নামে অভিহিত হৈছে।

এই পুথিত সকলো সাত্বত সিদ্ধান্ত সংক্ষেপে কোৱা আছে। সৃষ্টি

সাত্বত তন্ত্ৰৰ বিষয় বস্তু।

তত্ত্বৰে পৰা আৰম্ভ কৰি গুৰুকৰণ, শৰণ গ্ৰহণ, বৈৰাগ্য, অংশ, কলা প্ৰভৃতি অৱতাৰ, ভগবানৰ লক্ষণ, শ্ৰী, যশ, ঐশ্বৰ্য্য প্ৰভৃতিৰ বৰ্ণনা, নামৰ মাহিলা, সহস্ৰ নাম প্ৰভৃতি সকলো কথাই প্ৰায় আছে। মাজে মাজে দুই চাৰি তলত তুলি দিলোঁ।

ভগবান শ্ৰীকৃষ্ণই যে নিৰ্বিকল্প পৰমাত্মা সেই সম্বন্ধে লিখিছে—

"নিৰ্বিকল্প কৃষ্ণ পৰমাত্মা এক।"

তেওঁেই যে অংশ কলা ভেদে নানা অৱতাৰ ধৰিছে সেই সম্বন্ধে নাৰদৰ প্ৰশ্ন কথা—

"কোন অংশ কলাভেদ কহিয়ো প্ৰত্যেক।"

পূৰ্ণ, অংশ, কলা আদিৰ কথা তলত তুলি দিলোঁ।

ধৰ্মজ্ঞান ঐশ্বৰ্য্য বৈৰাগ্য যি যশ।
সবে জাত দেখি পূৰ্ণ জানিবা অবশ্য॥
চতুৰ্থ ভাগক আবে অংশ বুলি কয়।
ষোড়শ ভাগক কলা জানিবা নিশ্চয়॥
শতেক ভাগকে জানা বিভুতি বোলয়।

ধৰ্মজ্ঞান প্ৰভৃতিৰ অৰ্থ,—

আবে ধৰ্মজ্ঞানাদিৰ শুনিয়ো নিৰ্ণয়।
উৎপত্তি প্ৰলয় বিদ্যা অবিদ্যা অগতি।
গতি সমে আবে জ্ঞান ষড়্‌বিধ সম্প্ৰতি॥

চাৰিবিধ ধৰ্ম :—

চাৰিবিধ ধৰ্ম সত্য, শৌচ, মৌন[১], দয়া।

চাৰিবিধ বৈৰাগ্য :—

যতমান[২], ব্যাতিবেক[৩], এক ইন্দ্ৰিয় নাম[৪]।
বশীকৃত[৫] সমে চাৰিবিধ অনুপাম॥

শ্ৰী কাক বোলে সেই সম্বন্ধে কৈছে—

শ্ৰী বুলি ভৃত্য পুত্ৰ পৌত্ৰ সুহৃদক।
অমাত্য বান্ধব ভাৰ্য্যা বস্তু ভূষণক॥
ইত্যাদিক শ্ৰী বুলি কৈলোঁ বিদ্যমান॥

অংশ, কলা, বিভূতি প্ৰভৃতিৰ সামান্য লক্ষণ—

অংশৰ প্ৰকাশ যাতে সেহি অংশ হয়।
কলাৰ প্ৰকাশ যাতে সেহি কলা হয়॥
বিভূতিৰ প্ৰকাশক বিভূতি বোলয়।
এহি মতে ভেদ পুনু স্বতসে নোহয়॥

শ্ৰীকৃষ্ণই যে সকলো অৱতাৰৰ মুল সৰ্বাবতাৰী সেই সম্বন্ধে—

অৱতাৰী স্বৰূপৰ কহিয়ো নিৰ্ণয়।

* * * *

---

(১) কোনো কোনোৰ মতে ক্ষমা। (২) যত্ন কৰি লাভ কৰা বৈৰাগ্য। (৩) ব্যাতিবেক বৈৰাগ্য—কোনো ঘটনা অৱলম্বন কৰি হোৱা বৈৰাগ্য। (৪) এক ইন্দ্ৰিয় নাম—মননেন্দ্ৰিয় জয় কৰা। (৫) বশীকৃত—সকলো ইন্দ্ৰিয় জয়।

এক মাত্র তত্ত্ব অৱতাৰী সনাতন।
কৃষ্ণ ব্ৰহ্ম পুৰুষ নামেসে কৰে ভিন্ন ॥

ভক্তি উপদেশ কাক দিব সেই সম্বন্ধে—

মোৰ ধ্যানে নিষ্ঠা মোতে মাত্ৰ প্ৰাণ যাৰ।
মোৰ যশ শ্ৰৱণে উৎসুক যাসম্বাৰ ॥
হিংসা মদ মাৎসৰ্য্য ৰহিত যিটো নৰ।
তাসম্বাত ভক্তি ভেদ কৈবা নিৰন্তৰ ॥

• • • •

• • • •

যদি সাধাৰণো তযু বাক্যে নিষ্ঠ হয়।
সসাধনা[1] ভক্তি তাতো কহিবা নিশ্চয় ॥

ভক্তিৰ চৰম অবস্থা যে প্ৰেম সেই সম্বন্ধে—

এক মাত্ৰ বিষ্ণুভক্তি মহা সুমঙ্গল।
প্ৰীতি বুলি কহে সবে ভকতসকল ॥

• • • •

• • • •

নামত নিৰ্গুণা ভাগৱতী প্ৰেমময় ॥

গুৰু কৰণ—

একান্ত ভক্তকে গুৰু মানিব প্ৰথমে ॥

সাত্বত তন্ত্ৰৰ বিষয় বস্তু সম্বন্ধে আৰু বিস্তৃত উদ্ধৃত নকৰি সাত্বত তন্ত্ৰত দিয়া সংক্ষিপ্ত সূচীকে ইয়াত তুলি দিলোঁ।

সাত্বত তন্ত্ৰৰ সাৰ সংগ্ৰহ শুনিয়ো মুনি
বিৰাটৰ জন্ম কৈলোঁ যাত।

---

(১) সসাধনা ভক্তি—শ্ৰৱণ কীৰ্ত্তন আদি নব প্ৰকাৰ সাধনযুক্ত ভক্তি।

শ্ৰীবিষ্ণু অৱতাৰ পূৰ্ণ অংশ কলা ভেদ
ভক্তি ভেদ কহিলোঁ তোমাত ॥
ভক্তৰ লক্ষণ মই পৃথকে পৃথকে কৈলোঁ
যুগধৰ্ম্ম মোক্ষৰ সাধন।
বিষ্ণু-নাম সহস্ৰেক নামৰ মহিমা মই
তোমাত কৰিলোঁ নিৰূপণ ॥
বিষ্ণু নাম বৈষ্ণৱৰ অপৰাধ নিৰূপিলোঁ
তাহাৰ কহিলোঁ প্ৰায়শ্চিত্ত।
সৰ্বসাৰ ৰহস্যক নিৰূপণ কহিলোহোঁ
তন্ত্ৰৰ কাৰণ যথোচিত ॥
হিংসা বিধি নিষেধক সকলে তোমাত কৈলোঁ
তোমাৰ প্ৰশ্নৰ অনুসাৰে।

**গ্ৰন্থকাৰ ভাগৱত মিশ্ৰ**

সাত্বত তন্ত্ৰৰ পদকৰ্ত্তা ভাগবত মিশ্ৰৰ সম্বন্ধে আমি এই পুথিৰ পৰা মাত্ৰ তিনটা কথা জানিব পাৰোঁ। প্ৰথম, তেওঁ শ্ৰীশ্ৰীদামোদৰ দেৱৰ শিষ্য; দ্বিতীয়, তেওঁ গোবিন্দপুৰ সত্ৰৰ ভাগৱতী; তৃতীয়, তেওঁ গোবিন্দপুৰ সত্ৰৰ স্থাপনকৰ্তা ভগবন্তৰ (ভগবান দেব) আদেশ অনুসাৰে সাত্বত তন্ত্ৰৰ পদ কৰিছিল। কবিৰ জীৱনী সম্বন্ধে তলত দিয়া কথাখিনি জানিব পাৰা গৈছে।

বজালীত মিশ্ৰ উপাধিধাৰী এঘৰ বামুণ ভূঞা আছিল। এওঁলোকে ডুবি অঞ্চলত ৰাজ্য শাসন কৰিছিল। এওঁলোকৰে বংশৰ হৰিচৰণ মিশ্ৰই শ্ৰীশ্ৰীহৰিদেৱ মহাপুৰুষত শৰণ লৈ বৈষ্ণৱ হয়। আৰু তেওঁৱে কামৰূপৰ প্ৰসিদ্ধ হৰিদেৱী সত্ৰ আগৰা, বালিসত্ৰ, কৈহাটি প্ৰভৃতিৰ গোঁসাইসকলৰ আদি পুৰুষ। হৰিচৰণ মিশ্ৰৰ পাঁচ পুত্ৰ। তাৰে তৃতীয়জনৰ নাম হৰিমিশ্ৰ। এওঁৰ তিনিজন পুত্ৰ—ৰঘুনাথ মিশ্ৰ, গোবিন্দ মিশ্ৰ আৰু মুৰাৰি মিশ্ৰ।

ৰঘুনাথ মিশ্ৰৰ অপৰ নাম ভাগৱত মিশ্ৰ। গোবিন্দ মিশ্ৰই গীতাৰ পদ ৰচনা কৰে। তিনিওজন ভায়েক পণ্ডিত আৰু কবি আছিল। মুৰাৰি মিশ্ৰই বালিসত্ৰ স্থাপন কৰে আৰু শৰণ-তিলক ৰচনা কৰে। এওঁলোকৰ ৰচিত বহুত গীত-পদ প্ৰচলিত আছে। আৰু গোবিন্দ মিশ্ৰৰ সাধ্বী পত্নী ৺ৰুক্মিণী দেবীৰ স্মৃতি উপলক্ষে পুহৰ শুক্লা দ্বিতীয়া তিথিত বছৰি প্ৰসিদ্ধ জাগৰাৰ সভা হয়। শ্ৰীমান প্ৰফুল্লনাৰায়ণ গোস্বামীৰ প্ৰভাতত প্ৰকাশ হোৱা গোবিন্দ মিশ্ৰ শীৰ্ষক প্ৰৱন্ধত আৰু অলপ বহল বিবৰণ আছে।

—০—

সাহিত্য সভাৰ ইং ১৯৪৩ চনৰ ১২ চেপ্তেম্বৰ তাৰিখৰ সিদ্ধান্ত তলত প্ৰকাশ কৰা হল।

"শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামী দেৱৰ পৰা পোৱা সাত্বত তন্ত্ৰৰ পাতনি আৰু শ্ৰীযুত প্ৰতাপচন্দ্ৰ গোস্বামীৰ দ্বাৰা লিখা ভূমিকাখন সভাত পাঠ কৰা হল। বৰ্ত্তমান সময়ত ছপা কাৰ্য্যৰ ব্যয় বৃদ্ধি হোৱালৈ চাই শ্ৰীযুত প্ৰতাপচন্দ্ৰ গোস্বামী দেৱে লিখা ভূমিকাখনি পাণ্ডিত্য-পূৰ্ণ হৈছে যদিও বিস্তৃত হৈছে বুলি বিবেচনা কৰে। মূল পুথিৰ লগত বিশেষ সম্বন্ধ থকাখিনিৰেই পাতনি প্ৰকাশ কৰিবলৈ সভাই সিদ্ধান্ত কৰে আৰু সভাই মনোনীত কৰা অংশৰ এটি নকল শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামী দেৱলৈ পঠাবলৈ আৰু এটি নকল অফিছত ৰাখিবলৈ সম্পাদকক নিৰ্দ্দেশ দিয়ে।"

বৰ দুখৰ বিষয় সম্পূৰ্ণ ভূমিকাখন সাহিত্য সভাই প্ৰকাশ কৰিব নোৱাৰিলে। সাত্বত-ধৰ্ম আৰু বৈষ্ণব-ধৰ্মৰ বিষয়ে এই সম্পূৰ্ণ ভূমিকাখন এটা বহুমূলীয়া প্ৰৱন্ধ হলহেঁতেন।

গুৱাহাটী<br>নবেম্বৰ ১৯৪৩ } শ্ৰীশৰৎচন্দ্ৰ গোস্বামী।

# সাত্বত তন্ত্র।



শ্রীশ্রীকৃষ্ণায় নমোনমঃ।



## প্ৰথম পটল

জয়তি জয়তি কৃষ্ণ ভকত বান্ধৱ।
পতিত-পাৱন দীন-দয়ালু মাধৱ॥
জয়তি শঙ্কৰ ভকতৰ প্ৰিয়কৰ।
জয়তি নাৰদ প্ৰিয়ভক্ত গোবিন্দৰ॥ ১॥
গুৰুৰ চৰণ মনে কৰি নমস্কাৰ।
সাত্বত তন্ত্ৰৰ পদ কৰিবোঁ প্ৰচাৰ॥
কৃতাঞ্জলি বোলোঁ শুনা সামাজিক লোক।
মন্দমতি দেখি নিন্দা নকৰিবা মোক॥ ২॥
যেন লোহা ক্ৰমে চুম্বকৰ সমীপত।
মোৰো চিত্ত কৃষ্ণে প্ৰবৰ্ত্তাইলা সেহিমত॥
মনৰ কামনা মোৰ জানা সমুদাই।
সৎসঙ্গত কৃষ্ণ যশ ৰসে মজোঁ যাই॥ ৩॥

যিটো কৃষ্ণে সৃষ্টি স্থিতি সংহাৰ কালত।
বহুবিধ মতে প্ৰকাশন্ত ভাল মত ॥
হেনয় পৰমানন্দ মূৰতি মাধৱ।
শৰণ পশিলোঁ। কৃপা কৰিয়ো বান্ধৱ ॥ ৪ ॥
মহেশৰ নাৰদৰ অদ্‌ভুত সম্বাদ।
আদৰে শুনিয়ো পাপ কৰিয়ো উচ্ছাদ ॥
আছন্ত শঙ্কৰ বসি কৈলাস শিখৰে।
জগতৰ কল্যাণ সাধিয়া নিৰন্তৰে ॥ ৫ ॥
দিনেক নাৰদ ঋষি অতি ৰঙ্গ মনে।
বিনয়ে পুছিলা শুনি আছা সৰ্ব্বজনে ॥
নাৰদ বদতি প্ৰভু দেৱ মহেশ্বৰ।
শুনিবাক ইচ্ছা মোৰ প্ৰভু গোবিন্দৰ ॥ ৬ ॥
যি কাৰণে কৃষ্ণে কিবা স্বৰূপ ধৰন্ত।
যি কালত জা‌ত হোন্ত প্ৰভু ভগৱন্ত ॥
যি মতে কৰন্ত লীলা বান্ধৱ মুৰাৰি।
কহিয়োক তাক পুছোঁ প্ৰভু ত্ৰিপুৰাৰি ॥ ৭ ॥
অৱতাৰ নিমিত্তে যি বিৰাট শৰীৰ।
প্ৰথমে কহিয়ো তাক তুমি মহাধীৰ ॥
শঙ্কৰ বদতি সাধু ভক্ততে উত্তম।
যিহেতু পুছিলা কৃষ্ণ-কথা মনোৰম ॥ ৮ ॥
অৱতাৰ সকলৰ আৰু বিৰাটৰ।
সহস্ৰ বৎসৰ কহি নপাওঁ তাৰ ওৰ ॥

তথাপিতো তন্ত্ৰৰূপে সাৰক উদ্ধাৰি।
কহিবোঁ যিমতে মোক কহিছন্ত হৰি ॥ ৯ ॥
জয় নমো গোপৰূপী কৃষ্ণক সাক্ষাত।
কহিবো সাত্বত তন্ত্ৰ ভক্তি বাঢ়ে যাত ॥
প্ৰথমে কৰোঁহোঁ সৃষ্টি লীলা নিৰূপণ।
আছিল পূৰ্ব্বত এক সত্য নিৰঞ্জন ॥ ১০ ॥
ব্ৰহ্মা হেন বুলি যাক জানৈ জ্ঞানীগণে।
ভগৱন্ত বুলি যাক ভজৈ ভক্তজনে ॥
সিবেলা প্ৰপঞ্চ বিনে মানিয়া অসন্ত।
সৃষ্টিৰূপে ৰহি দুই প্ৰকাৰ ভৈলন্ত ॥ ১১ ॥
চৈতন্যস্বৰূপ এক পুৰুষ বোলন্ত।
জড়ৰূপে অপৰক প্ৰকৃতি কহন্ত ॥
সেহিবেলা নাম কাল কৰ্ম্ম যে স্বভাৱ।
সবাৰো পৃথকো কহোঁ লক্ষণ প্ৰভাৱ ॥ ১২ ॥
পুৰুষ বুলিয় যাক স্বৰূপ সাক্ষাত।
তান শক্তি গুণসাম্য প্ৰকৃতি প্ৰখ্যাত ॥
গুণ ক্ষোভকাৰী কাল লীলা মাধৱৰ।
কৰ্ম্মজন্মাদিৰ হেতু জানা সমস্তৰ ॥ ১৩ ॥
সকলৰ পৰিণাম যাতহন্তে হয়।
সূক্ষ্মৰূপ তাহাক স্বভাৱ বুলি কয় ॥
কাল কৰ্ম্ম স্বভাৱত পুৰুষ ৰহিয়া।
প্ৰকৃতিক ক্ষোভ তেবে কৰিলা চাহিয়া ॥ ১৪ ॥

তেবে জ্ঞান ক্রিয়াৰূপ মহত্তত্ব ভৈল।
তেন্তে তিনিবিধ অহঙ্কাৰ স্রজি বৈল।
সাত্বিকত হন্তে দেৱগণ ভৈলা জাত।
ৰাজসত দুই বিধ ইন্দ্ৰিয় প্ৰখ্যাত॥ ১৫॥
ত্বক চক্ষু নাসা কৰ্ণ আৱৰ ৰসনা।
বুদ্ধিসমে এহি জ্ঞানেন্দ্ৰিয় বিতোপনা॥
বাক্য পানি পাদ পায়ু উপস্থ চৰণ।
এহি কৰ্ম্মেন্দ্ৰিয় আৰু শুনা মাত্ৰাগণ॥ ১৬॥
প্ৰথমে তামস হন্তে শব্দ মাত্ৰা ভৈল।
তাত হন্তে আকাশ ব্যাপক হুয়া বৈল॥
আকাশত পৰশ স্পৰ্শত বায়ু জাত।
বায়ু হন্তে ৰূপ তাতো তেজৰ প্ৰখ্যাত॥ ১৭॥
ৰূপ হন্তে ৰস তাত হন্তে জল নাম।
জল হন্তে গন্ধ তাত ভূমি অনুপাম॥
ই সব শকতি সবে পৰত অন্বয়।
ভূমিত সবাৰে গুণ জানা মহাশয়॥ ১৮॥
মহত্তাদি তত্বগণ যতেক আছয়।
পুৰুষৰ কাৰ্য্য অৱতাৰ জানা হয়॥
পুৰুষ ইচ্ছায়ে মিলি সবে তত্বগণে।
অংশে বিৰাটক জন্ম কৰায় যতনে॥ ১৯॥
ভিতৰে পঞ্চাশ কোটি বিস্তাৰ হোৱয়।
দশগুণাধিক সাতে আৱৰি আছয়॥

ইহাকে বুলিয় জানা গূহ পুৰুষৰ।
অচেতনে জলে আছে সহস্ৰ বৎসৰ ॥ ২০ ॥
যেবে নাৰায়ণৰূপে পুৰুষ পশিলা।
চেতন লভিয়া তেবে বিৰাট বসিলা ॥
অভিমানী জীৱ তাৰ বৈৰাজ হোৱয়।
তান অন্তৰ্য্যামী নাৰায়ণ নিৰাময় ॥ ২১ ॥
সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ।
যাৰ অংশে ৰজো গুণে ব্ৰহ্মা উতপন ॥
সত্ত্বগুণে বিষ্ণু ভৈলা থাপি জগতক।
তম গুণে ৰুদ্ৰৰূপে ভৈলা সংহাৰক ॥ ২২ ॥
হুয়া শক্তি সূজন এহি গুণ অৱতাৰ।
অংশ অৱতাৰ শুনা কহো আসম্বাৰ ॥

ব্ৰহ্মা অংশ মৰীচি অঙ্গিৰা অত্ৰি ক্ৰতু।
দক্ষ ভৃগু কৰ্দ্দমাদি সবে সৃষ্টি হেতু ॥ ২৩ ॥
আসম্বাৰ পুত্ৰ পৌত্ৰ যতেক হোৱয়।
মাধবৰ তেজযুক্ত জানিবা নিশ্চয় ॥
বিষ্ণু অংশে ধৰ্ম্ম যজ্ঞ চতুৰ্দ্দশ মনু।
মনুপুত্ৰ দেৱগণ সবে বিষ্ণুতনু ॥ ২৪ ॥
ৰুদ্ৰ অংশে তমোগুণে ৰুদ্ৰগণ জাত।
সংহাৰক সৰ্প আদি আনো অসংখ্যাত ॥

সংক্ষেপে কহিলোঁ অংশময় অৱতাৰ।
লীলা অৱতাৰ আবে কৰিবো বিস্তাৰ॥ ২৫॥

যিটো পৰমাত্মা কৃষ্ণ পুৰুষ সংজ্ঞায়।
জগত পালিতে ভৈলা নমো তান পায়॥
নাৰদত কহিলন্ত দয়ালু শঙ্কৰে।
প্ৰথম পটল সাঙ্গ সাত্বত তন্ত্ৰৰে॥ ২৬।

---

# দ্বিতীয় পটল

শঙ্কৰ বদতি শুনা নাৰদ প্ৰস্তুত ।
ধৰি হৰি হয়গ্ৰীৱ ৰূপ অদভুত ॥
মাৰি দুই দৈত্য মধু কৈতভ দুৰ্ব্বাৰ ।
আপোনাৰ কীৰ্ত্তি ৱেদ কৰিলা বিস্তাৰ ॥ ২৭ ॥
সনকাদি চাৰিসিদ্ধ হুয়া নাৰায়ণ ।
লোকক নিবৃত্তি-পৰ কৰিতে শোভন ॥
সিদ্ধমুনি সকলত কহি মহাযোগ ।
আপুনিয়ো আচৰিলা তেজি সবে ভোগ ॥ ২৮ ॥
দেৱল নাৰদ আদি মুনি অপৰ্য্যন্ত ।
অতি শুদ্ধ পঞ্চৰাত্ৰ যোগ কহিলন্ত ॥
যিটো মুখ্য ধৰ্ম্মতন্ত্ৰ কৃষ্ণে কহিছন্ত ।
তাক পুনু বিশেষ শিষ্যত কহিলন্ত ॥ ২৯ ॥
ব্ৰহ্মাৰ বচন পালিবাক নাৰায়ণে ।
বৰাহ স্বৰূপে ভূমি আনা ৰঙ্গ মনে ॥
সেহি বেলা আদি দৈত্য হিৰণ্যাক্ষ নাম ।
দশনে চিৰিযা সাধিলন্ত দেৱ কাম ॥ ৩০ ॥
ভূমিৰ তলত আছা অনন্ত সাক্ষাত ।
নাগগণে দেৱগণে সেৱৈ চৰণত ॥
যাৰ এক ফণাত সমস্তে ভূমিখান ।
শ্বেত সৰিষৰ্প যেন প্ৰকাশে শোভন ॥ ৩১ ॥

তাহান তলত আছা কূৰ্ম্মৰূপ হৰি।
বহল পিঠিত আছা ব্ৰহ্মাণ্ডক ধৰি ॥
পিতৃপতি অৰ্য্যমাদি যাক উপাসন্ত।
পদ্ম তন্তু সম যাত অনন্ত শোভন্ত ॥ ৩২ ॥
কৃপাময় অৱতাৰ শুনা মুনিবৰ।
পাঞ্চ বৰিষতে ধ্ৰুবে তেজি নিজঘৰ ॥
তযু উপদেশে মধুবনে আৰাধিতে।
সাক্ষাতে কৃপায়ে দেখা দিলা ভগৱন্তে ॥ ৩৩ ॥
আপনাৰ নিজলোক দিলা ৰঙ্গমনে।
প্ৰদক্ষিণে তুতি যাক কৰে মুনিগণে ॥
কৰ্দ্দমৰ তপস্যাত শুক্লৰূপ ধৰি।
তাঙ্ক বৰ দিলা কন্যা মনুৰ কুমাৰী ॥ ৩৪ ॥
আনন্দ লোতকে এক তীৰ্থ বিৰচিলা।
যজ্ঞ অৱতাৰ কহোঁ শুনা তান লীলা ॥
ৰুচিৰ সন্তান আহুতিত উপজিলা।
দৈত্য-অৰণ্যক যেন মতে নিড়লিলা ॥ ৩৫ ॥
ত্ৰৈলোক্য পালিতে ইন্দ্ৰ আপুনি ভৈলন্ত।
সুযজ্ঞ নামক ধৰি কীৰ্ত্তি থাপিলন্ত ॥
কপিলস্বৰূপে দেবহূতিত জন্মিলা।
নিজ ভক্তিযোগ দেবহূতিত কহিলা ॥ ৩৬ ॥
সাংখ্যযোগ কহিলন্ত দ্বিজ আসুৰিত।
যাক জানি পাপীসবে হোৱে শুদ্ধচিত্ত ॥

দত্তাত্রেয় অৱতাৰে অত্রিৰ তনয়।
যোগেশ্বৰ ঈশ্বৰ পৰম কৃপাময় ॥ ৩৭ ॥
চৌবিশ গুৰুত যত শিখিলন্ত অর্থ।
যদু প্ৰহ্লাদত সবে কৈলা পৰমার্থ ॥
ধৰ্ম্মৰ ঘৰিণী মূৰ্ত্তি মহা ভাগ্যৱতী।
তান্ত দুইৰূপে জন্মিলন্ত লক্ষ্মীপতি ॥ ৩৮ ॥
নৰ-নাৰাযণ নামে ঋষিতে প্রধান।
লোক উপকাৰে তপ কৰা অবিশ্ৰাম ॥
ক্রোধক জিনিল যিটো কাম কোন হয়।
যাৰ কৰ্ম্ম শুনি ইন্দ্ৰ ভৈলন্ত বিস্ময ॥ ৩৯ ॥
নাভিৰ তনয় ভৈল ঋষভ নামত।
পুত্ৰগণ সমে ধৰ্ম্ম কৰিলা প্ৰজাত ॥
মহাযোগী সকলৰ যতেক আচাৰ।
আপুনিও আচৰিলা নিষ্ঠা দেখাই তাৰ ॥ ৪০ ॥
যিবেলা ব্ৰহ্মাত পুছিলন্ত পুত্ৰগণে।
চিত্ত বিষয়ৰ এৰাএৰি হৈব কেনে ॥
ব্ৰহ্মা আগে ভৈলা তেবে হংস অৱতাৰ।
কটাক্ষতে ছেদিলা সংশয় তাসম্বাৰ ॥ ৪১ ॥
মৃতক বেনৰ বাহু মথি দেৱগণ।
পৃথু অৰ্চ্চি জন্ম ভৈল লক্ষ্মীনাৰায়ণ ॥
লোক ক্ষুধা দুহিলা তেসম্বে বসুন্ধৰী।
ভাৰ্য্যা সমে গৈলা পাচে বৈকুণ্ঠনগৰী ॥ ৪২ ॥

দক্ষৰ যজ্ঞত ভৃগু আদি মুনিগণ।
আৰাধন্তে অৱতাৰ ভৈলা নাৰায়ণ ॥
আঠবাহু দেখি তুতি কৰিলেক গণে।
যজ্ঞ প্ৰবৰ্ত্তাই চলি গৈলা ৰঙ্গমনে ॥ ৪৩ ॥
প্ৰিয়বত কুলে ভৈলা গয় অৱতাৰ।
ৰাজ্য প্ৰতিপালি ধৰ্ম্ম কৰিলা বিস্তাৰ ॥
তাহান যজ্ঞক ইন্দ্ৰে অসূয়া কৰিল।
সামান্য ইন্দ্ৰৰ স্পৰ্দ্ধা মদক দেখাইল ॥ ৪৪ ॥
কামদেৱ অৱতাৰে লক্ষ্মীসমে হৰি।
কেতুমাল্য বৰিষে আছন্ত মূৰ্ত্তি ধৰি ॥
সম্বৰৰ পুত্ৰ দিনে ৰাতি কৰে সেৱ।
লক্ষ্মীক ৰমায়া তৈতে আছা কামদেৱ ॥ ৪৫ ॥
প্ৰাচীন বৰ্হিৰ পুত্ৰ দশ প্ৰচেতাৰ।
তপস্যাত ব্যক্ত ভৈলা শান্ত অৱতাৰ ॥
নিজ পদ সেৱা তাসম্বাক গৃহে দিলা।
বাৰ্ষি কন্যা আনি দিয়া অন্তৰ্দ্ধান ভৈলা ॥ ৪৬ ॥
ভূষিতাৰ গৰ্ভে বেদশিৰা ব্ৰাহ্মণত।
বিভু অৱতাৰ স্বাৰোচিষৰ কালত ॥
যাৰ ব্ৰহ্মচৰ্য্য ব্ৰত শিখি মুনিগণে।
আনকো শিখাইলা তাৰা অতি ৰঙ্গমনে ॥ ৪৭ ॥
তৃতীয় মনুৰ কালে ধৰ্ম্মৰ ভাৰ্য্যাত।
সুনৃতাৰ গৰ্ভে সত্যসেন ভৈলাজাত ॥

দুষ্ট যক্ষ ৰাক্ষসক বধিয়া ৰণত।
ইন্দ্রৰ সহায় হুয়া পালিলা জগত ॥ ৪৮ ॥
চতুর্থ মনুত হৰি অৱতাৰ হুয়া।
গজেন্দ্রৰ স্তুতি শুনি সৰোবৰে গৈয়া ॥
গ্রাহৰ মুখৰপৰা তাঙ্ক উদ্ধাৰিলা।
সংসাৰ জলৰ তাৰি বৈকুণ্ঠক নিলা ॥ ৪৯ ॥
পঞ্চম মনুৰ কালে বৈকুণ্ঠ সাক্ষাত।
সমুদ্রৰ গর্ভে * লক্ষ্মীসমে ভৈলজাত ॥
লক্ষ্মী প্রার্থিবাৰ অর্থে বৈকুণ্ঠ দেখাইলা।
কীর্ত্তি প্রকাশিলা সর্ব্ব জগত পালিলা ॥ ৫০ ॥
ষষ্ঠ মন্বন্তৰে বৈৰাজৰ গৃহে † আসি।
ভৈলন্ত অজিত মহাকীর্ত্তিক প্রকাশি ॥
দুর্ব্বাসাৰ শাপে ক্ষীণ দেখি দেৱতাক।
অমৃত মথিয়া ৰক্ষা কৰিলা তাৰাক ॥ ৫১ ॥
দেৱাসুৰে ক্ষীৰ সাগৰক মথিন্তে।
মন্দৰ পর্ব্বত তল গৈল হস্তহস্তে ॥
দেখি কৃপাময় কুর্ম্মৰূপক ধৰিলা।
পিঠিত পর্ব্বত পাৱে কণ্ডুতি মানিলা ‡ ॥ ৫২ ॥

* পাঠান্তৰ—শুভ্রৰ ভার্য্যাত † পাঠান্তৰ—বিৰাটৰ গর্ভে

‡ পাঠান্তৰ—'গাত্র তুলিয়া আনিলা'।

ধন্বন্তৰি অৱতাৰে অমৃত আনিলা ।
আয়ুর্ব্বেদ প্রবর্ত্তায়া যজ্ঞভাগ দিলা ।
মোহিনীস্বৰূপে অসুৰক মোহ কৰি ।
দেৱতাক অমৃত পিয়াইলা কৃপা কৰি ॥ ৫৩ ॥
সত্যব্রত ৰাজা জলে তর্পণ কৰন্তে ।
মৎস্যৰূপে তাঙ্ক দেখা দিলা ভগৱন্তে ॥
প্রলয় জলত পৃথ্বী নৌকাত আছন্তে ।
ৰাজাত দ্বিজত যোগ কৈলা ভগৱন্তে ॥ ৫৪ ॥
শুনা সর্ব্বজন সভাসদে একমতি ।
দেখা ঘোৰ কলি কৰিলেক বিসঙ্গতি ॥
কৃষ্ণ নাম বিনে আত নাহিকে তৰণ ।
জানি ঝাণ্টে লৈয়ো সবে কৃষ্ণত শৰণ ॥ ৫৫ ॥
চিত্ত বিত্ত দ্রব্য আদি অশুদ্ধ সকলে ।
আন অর্থে মহাযত্ন নকৰা বিফলে ॥
যিমান শকতি ভকতিত দিয়া মন ।
আপুনি সদয় তেবে হৈব নাৰায়ণ ॥ ৫৬ ॥
হৰি তুষ্ট ভৈলে কিবা অধিক লাগয় ।
যাৰ প্রসাদক ব্রহ্মা শঙ্কৰো মাগয় ॥
কৃষ্ণৰ চৰণে ভজা তেজি আন কাম ।
ভাগৱত মিশ্রে কহে বোলা ৰাম ৰাম ॥ ৫৭ ॥

——o——

## ঢুলড়ি ।

শঙ্কৰ বদতি শুনিয়ো নাৰদ
নৃসিংহ ৰূপৰ কথা ।
ভক্ত প্ৰহ্লাদক ৰাখিবাক লাগি
আবিৰ্ভাৱ ভৈলা যথা ॥
দৈত্যেন্দ্ৰ ৰহিযা যেন বজ্ৰসাৰ
সিয়ো ভৈল ক্ষুদ্ৰ প্ৰাই ।
নখ নাঙলৰ অগ্ৰভাগে তাক
বিদাৰিলা সমুদাই ॥ ৫৮ ॥
বামণ স্বৰূপে বলিৰ ত্ৰৈলোক্য
মাগি তিনি পদ ছলে ।
বলিক নিগ্ৰহি কীৰ্ত্তিক বঢ়াই
ইন্দ্ৰক দিলা সকলে ॥
ভক্তৰ অধীন হোৱে যিটো বাক্য
তাক সত্য কৰিলন্ত ।
গদাধৰ অৱ— তাৰে দৈত্যেন্দ্ৰৰ
দ্বাৰী হুয়া ৰহিলন্ত ॥ ৫৯ ॥
ভাৰ্গৱ কুলত নামে পৰ্শুৰাম
অৱতৰি ক্ষত্ৰিয়ক ।
পিতৃবৈৰী বুলি কুঠাৰক তুলি
বধিলা দুষ্টগণক ॥
সকল পৃথিবী ব্ৰাহ্মণক দিয়া
আছা গিৰি মহীন্দ্ৰত ।

অস্ত্ৰ-শস্ত্ৰ এৰি তেজি মায়া খেৰি
প্ৰবৰ্ত্তি আছা নামত ॥ ৬০ ॥
দেৱতাগণৰ প্ৰাৰ্থিবাৰ পদে
সূৰ্য্যকুল সমুদ্ৰত।
শ্ৰীৰামচন্দ্ৰ ভৈলন্ত বেকত
দশৰথ ভৱনত ॥
বিশ্বামিত্ৰে নিয়া ৰাক্ষস মৰায়া
মিথিলাক লাগি নিলা।
তৈতে মহেশৰ ধনু অজগৰ
লীলায়ে ৰামে ভাঙিলা ॥ ৬১ ॥
জিনিয়া সীতাক পথে ভাৰ্গৱক
জিনি অযোধ্যাক পাইলা।
আনন্দে আছন্তে পিতৃৰ বচনে
ভাৰ্য্যাসমে বনে গৈলা ॥
গঙ্গাক তৰিয়া আছা চিত্ৰকূটে
তহিকে ভৰত গৈলা।
তাহাঙ্ক পঠায়া পৰ্ব্বত ছাড়িয়া
বিৰাধ বনে বধিলা ॥ ৬২ ॥
মাৰীচ আসিলা হৰিণ স্বৰূপে
তাক বধিবাক গৈলা।
সেহি বেলা সীতা ৰাবণে হৰিলা
আসি শোকাকুল ভৈলা ॥

নাৰীপৰায়ণ জনক হাসিয়া
হেনয় ভাব দেখাইলা ।
সীতা হেন মানি বৃক্ষক সাবটি
কামে তাতে পৰি ৰৈলা ॥ ৬৩ ॥
চন্দ্ৰৰ কিৰণ যেন সূৰ্য্যতাপ
মলয়া খৰ পৱন ।
মালতীৰ মালা অগনিৰ শিখা
মানিলা ৰঘুনন্দন ॥
বালীক বধিয়া সেতুক বান্ধিয়া
কপি সমে লঙ্কা গৈলা ।
সপুত্ৰ বান্ধৱে মাৰি ৰাৱণক
সীতাক পুনু লভিলা ॥ ৬৪ ॥
অগ্নিত পৰীক্ষা কৰিয়া সীতাক
পুনু অযোধ্যাক আসি ।
সূৰ্য্যাদিৰ শক্তি ধৰি তাৰ ধৰ্ম্ম
পালিলা যশ প্ৰকাশি ॥
তাহাৰ কনিষ্ঠ ভৰত ৰামৰ
আজ্ঞায়ে ঘৰত থাকি ।
ৰামক আৰাধি পাচে গন্ধৰ্ব্বক
মাৰিলা অস্ত্ৰৰ ঝাকি ॥ ৬৫ ॥
লক্ষ্মণে বনত সীতা ৰাঘৱক
মহাকষ্টে সেৱিলন্ত ।

ৰাজ্যত তাহান বচনে বনক
যায়া দেহা এৰিলন্ত ॥
শত্ৰুঘ্ন ভৰত তাৰা সজ্জনৰ
দয়ালু দুষ্টৰ যম।
লৱণক মাৰি ৰাঘৱক সেৱি
কীৰ্ত্তি থৈলা নিৰুপম ॥ ৬৬ ॥
মাৰ্কণ্ডেয় মুনি মায়া প্ৰলয়ত
ফুৰন্তে আকুল হুয়া।
তাহাঙ্ক পেটৰ ভিতৰে জগত
দেখাইবাক লাগি নিয়া ॥
বট পত্ৰ পুতে বালক মুকুন্দে
আছন্ত শয়ন কৰি।
চৰণ অঙ্গুষ্ঠ চোসন্তে মুনিক
জগত দেখাইলা হৰি ॥ ৬৭ ॥
বৃত্ৰৰ ভয়ত দেৱতা সবক
দিবে লাগি উপদেশ।
গৰুড়ত চৰি আৰ্য্য অৱতাৰে
উপায় দিলা অশেষ ॥
অঙ্গুষ্ঠৰ পৰ্ব্ব সম বাল্যখিল
ঋষিগণ গোখোজত।
তল যান্ত দেখি হৰি অৱতাৰে
ৰাখিলন্ত ভাল মত ॥ ৬৮ ॥

দুষ্মন্তৰ বীৰ্য্যে শকুন্তলা গৰ্ভে
ভৰত নামত ভৈলা।
অশ্বমেধ বহু যজ্ঞ দান কৰি
দুৰ্ল্লভ কীৰ্ত্তি থাপিলা॥
কলি যুগে লোক বুদ্ধিহীন দেখি
কৃপাযে জগনিবাস।
ব্যাস অৱতাৰে সংহিতা সহিতে
কৰিলা বেদ প্ৰকাশ॥ ৬৯॥
বৃষ্ণি কুলে বলো- ভদ্ৰ অৱতাৰে
হৈলা অতি বলশালী।
দৈত্য সংহাৰিয়া কৌৰৱৰ পুৰী
লাঙলে টানিযা ফেলি॥
ভূমিক জলক ভক্তক বিপ্ৰক
সবাকো সুখ দিবাক।
যশ বিস্তাৰিতে সৰ্ব্ব শক্তি পূৰ্ণ
শ্ৰীকৃষ্ণ ভৈলা জাত॥ ৭০॥
জাত হুয়া নিজ ৰূপে বাসুদেৱ
গৃহে গকুলক গৈলা।
শিশু লীলা কৰি তৈতে গোপগোপী
সবাকো আনন্দ দিলা॥
কংসে পাঠিলেক পূতনা প্ৰমুখ্যে
দৈত্যকুল সংহাৰিবা।

ব্ৰজ ৰাখিবাক গোবৰ্দ্ধন ধৰি
ইন্দ্ৰৰ দৰ্প নাশিবা ॥ ৭১ ॥
সিবেলাত ব্ৰহ্মা বৎস বৎস-পাল
চুৰি কৰি নিয়া থৈবা।
সিবেলা বলোৰ বুদ্ধিভ্ৰংশ দেখি
তান্ত উপদেশ কৈবা ॥
পাচে গোপ শিশু বৎস শিঙা বেণু
সবে চতুৰ্ভুজ দেখি।
মোহে পৰিছন্ত বিধাতাক কৃষ্ণে
তাৰিবা স্নেহে নিৰেখি ॥ ৭২ ॥
শৰত ৰাত্ৰিত বৃন্দাবনে বেণু
বায়া আনি গোপীগণ।
ৰাসক্ৰীড়া কৰি বিস্ময় কৰাইবা
চন্দ্ৰ আদি দেৱগণ ॥
অক্ৰূৰে নিবন্ত ৰাম সমে মথু-
ৰাত ধনু ভাঙিবন্ত।
ধোৱা কুৱলয় মল্ল কংস আদি
মাৰি ৰঙ্গ কৰিবন্ত ॥ ৭৩ ॥
গুৰুক মৃতক পুত্ৰদান দিয়া
জৰাসন্ধ সেনা মাৰি।
যবন মৰায়া ৰুক্মিণী প্ৰমুখ্যে
বিহাইবা বহু সুন্দৰী ॥

তাসম্বাত দশ পুত্ৰ ওপজাইবা
আৰু নৰকক মাৰি।
কুণ্ডল দিবাক স্বৰ্গপুৰে যাইবা
পাৰিজাত নিবা হৰি ॥ ৭৪ ॥
বাণৰ যুদ্ধত মোৰ বীৰ্য্য নাশ
কৰিয়া মহত পাইবা।
জিনি ৰাজাগণ যুধিষ্ঠিৰ মন
পূৰিয়া যজ্ঞ কৰাইবা ॥
লোকক দেখাইবা ব্ৰাহ্মণৰ পূজা
আপোনাৰ কৃপা গুণ।
ব্ৰহ্মাস্ত্ৰ দগধ পৰীক্ষিত ৰাখি
কীৰ্ত্তি থৈবা নাৰায়ণ ॥ ৭৫ ॥
কাম স্নেহ ভয় দ্বেষ সম্বন্ধত
স্বৰূপ পাইব যাহাৰ।
সাক্ষততে শুদ্ধ ভক্তি কৰি পাইবা
কি কহিবোঁ মই আৰ ॥
যাৰ পাদ-পদ্ম- পৰায়ণ আগে
মুক্তি সুখো নোশোভয়।
আন সুখ সব শোভা নকৰিব
কিসক কৈতে লাগয় ॥ ৭৬ ॥
গঙ্গা আদি যত তীৰ্থ হোম ব্ৰত
সকল ধৰ্ম্মত কৰি।

নিজ যশ চয় বিস্তাৰিয়া থৈয়া
পৃথিবীত অৱতৰি ॥
অতি উচ্ছৃঙ্খল নিজ যদুকুল
বিপ্রশাপ ছলে হৰি ।
প্রভাস তীর্থত মৰাই সশৰীৰে
চলিবা বৈকুণ্ঠপুৰী ॥ ৭৭ ॥
শুনা সর্ব্বজন কেদিন জীৱন
আক মনে গুণি চোৱা ।
মনৰ বিলাস বিষয় আগ্রহ
এৰি হৰিগুণ গোৱা ॥
ব্রহ্মলোকহন্তে স্থাবৰ পর্য্যন্তে
ফুৰন্তে যিটো নপাই ।
তাহাক লাগিয়া যত্ন কৰিয়োক
শাস্ত্রৰ হেনসে ন্যায় ॥ ৭৮ ॥
ইন্দ্রিয়ৰ সুখ নাই কি যোনিত
কালে মিশাইবেক আনি ।
যেন দুখ সবো প্রার্থনা বিনাই
আপুনি মিলয় জানি ॥
এতেক জানিয়া সন্তক মানিয়া
মুখত নেৰিবা নাম ।
কৃষ্ণ পদ দাস ভাগৱত মিশ্রে
কহে বোলা ৰাম ৰাম ॥ ৭৯ ॥

## পাদ ।

শঙ্কৰ বদতি শুনা নাৰদ স্বৰূপ ।
প্ৰদ্যুম্ন যে অৱতাৰ কৃষ্ণ অনুৰূপ ॥
পৰম লাৱণ্যৰূপে লোক ৰঞ্জিবন্ত ।
সম্বৰক মাৰি আনো কৰ্ম্ম কৰিবন্ত ॥ ৮০ ॥
অনিৰুদ্ধ অৱতাৰে নাম প্ৰবৰ্ত্তক ।
যাৰ উষা হৰণে বাণৰো দৰ্প হত ॥
ব্যাসৰ তনয় ভৈলা শুক অৱতাৰ ।
মুনি সকলত যিটো কৈলা বেদসাৰ ॥ ৮১ ॥
বোধ অৱতাৰ হৈবা কলিৰ যুগত ।
জিনৰ তনয় হৈবা গয়া প্ৰদেশত ॥
অলক্ষিত ভাৱে পাষণ্ডক মোহ কৰি ।
পাষণ্ড শাস্ত্ৰক প্ৰবৰ্ত্তাইবা দেৱ হৰি ॥ ৮২ ॥
যেবে ৱেদ নষ্ট হৈব পাষণ্ড ব্যাপিব ।
কল্কি অৱতাৰে সবে পাষণ্ড কাটিব ॥
অষ্টম মনুত সৰস্বতীৰ তনয় ।
সাৰ্ব্বভৌম অৱতাৰ বলিন্দ্ৰ সহায় ॥ ৮৩ ॥
আয়ুষ্কৰ অৱতাৰ নবম মনুত ।
ত্ৰৈলোক্য পালিবা শ্ৰুত ইন্দ্ৰ সমন্বিত ॥
দশমত বিশুচি তনয় বিক্সেন ।
শম্ভু ইন্দ্ৰ সহায়ে মাৰিবা দৈত্যগণ ॥ ৮৪ ॥

একাদশে ধৰ্ম্মসেতু আৰ্য্যক তনয় ।
বৈধৃতিক দিবা তিনিলোক মহাশয় ॥
দ্বাদশত সত্য মহা সুনতাৰ সুত ।
নামত সুধাতা ধৰ্ম্ম পালিবা বহুত ॥ ৮৫ ॥
ত্ৰয়োদশে দেৱহোত্ৰ তনয় মুৰাৰি ।
যোগেশ্বৰ অৱতাৰ ইন্দ্ৰ প্ৰিয়কাৰী ॥
চতুৰ্দ্দশে আদিদেৱ বিনতাৰ সুত ।
কৰ্ম্মযোগ বিস্তাৰিলা বেদৰ যুগুত ॥ ৮৬ ॥
কহিলোঁ ই সব মই শুদ্ধ অৱতাৰ ।
পূৰ্ণকলা অংশৰূপে বুজিবা ইহাৰ ॥
যিটো লীলা তনু ধৰি পালা চৰাচৰ ।
হেন কৃষ্ণ পদে লৈলোঁ শৰণ সত্বৰ ॥ ৮৭ ॥

দ্বিতীয় পটল সাঙ্গ সাত্বত তন্ত্ৰৰ ।
একচিত্তে শুনা সবে সভাসদ নৰ ॥

---

# তৃতীয় পটল

নাৰদ বদতি প্ৰভু কহিলা সাক্ষাত ।
পূৰ্ণকলা অংশভেদ বুজিতে ইহাত ॥ ৮৮ ॥
নিৰ্ব্বিকল্প কৃষ্ণ ব্ৰহ্ম পৰমাত্মা এক ।
কেনে অংশ কলাভেদ কহিয়ো প্ৰত্যেক ॥
শঙ্কৰ বদতি সাধু পুছিলা নাৰদ ।
কৃষ্ণৰ যে অৱতাৰ অংশকলাভেদ ॥ ৮৯ ॥
হৰিপৰ জ্ঞানীসবে ভেদ নেদেখন্ত ।
বোলে নিৰ্ব্বিকল্প ব্ৰহ্ম নিৰ্ভেদ অনন্ত ॥
কিন্তু সাধুসবে জ্ঞান প্ৰভাৱ আদিৰ ।
পূৰ্ণ অংশ দেখি মানে ঈশ্বৰ মূৰ্ত্তিৰ ॥ ৯০ ॥
সকলতে সবে যদি মহিমা আছয় ।
তথাপি কাৰ্য্যত অল্প বিস্তৰ দেখয় ॥
এতেকেসে পূৰ্ণ অংশ কৰিয়া কহয় ।
শুনিয়ো নাৰদ আবে ইহাৰ নিৰ্ণয় ॥ ৯১ ॥
ধৰ্ম্ম জ্ঞান ঐশ্বৰ্য্য বৈৰাগ্য শ্ৰী যশ ।
সবে জাত দেখি পূৰ্ণ জানিবা অৱশ্য ॥
চতুৰ্থ ভাগকে আবে অংশ বুলি কয় ।
ষোড়শ ভাগক কলা জানিবা নিশ্চয় ॥ ৯২ ॥
শতেক ভাগকে জানা বিভূতি বোলয় ।
আবে ধৰ্ম্মজ্ঞানাদিৰ শুনিয়ো নিৰ্ণয় ॥

উৎপত্তি প্ৰলয় বিদ্যা অবিদ্যা অগতি।
গতি সমে আবে জ্ঞান ষড়বিধ সম্প্ৰতি ॥ ৯৩ ॥
চাৰিবিধ ধৰ্ম্ম সত্য শৌচ মৌন দয়া।
কহিবো বৈৰাগ্য মুনি শুনা মন দিয়া ॥
অমান ব্যতিৰেক ঐকান্তিক নাম।
বশীকৃত্য সমে চাৰিবিধ অনুপাম ॥ ৯৪ ॥*
আঠবিধ ঐশ্বৰ্য্যৰ প্ৰথমে অনিমা।
প্ৰাকাম্য বশিতা ব্যাপ্তি লঘিমা মহিমা ॥
কামাবসায়িতা আৰু ঈশিতা সাক্ষাত।
এহি আঠ ঐশ্বৰ্য্যক কহিলো তোমাত ॥ ৯৫ ॥
শ্ৰী বুলি ভৃত্য পুত্ৰ পৌত্ৰ সুহৃদক।
অমাত্য বান্ধৱ ভাৰ্য্যা বস্ত্ৰ ভূষণক ॥
চতুৰঙ্গ গৃহসেনা অস্ত্ৰ দুৰ্গস্থান।
ইত্যাদিক শ্ৰীবুলি কৈলোঁ বিদ্যমান ॥ ৯৬ ॥
যশ পুনো দুই বিধ কৰ্ম্মগুণময়।
কৰ্ম্ম চাৰি বিধ সৃষ্টি পালন প্ৰলয় ॥
লীলা অৱতাৰৰ চৰিত্ৰ সমে চাৰি।
গুণময় অৱতাৰ গণিতে নপাৰি ॥ ৯৭ ॥

* অমানো-ব্যতিৰেকশ্চ একান্তিস্তু বশীকৃতঃ।
এবং চাতুৰ্বিধো ভদ্ৰ বৈৰাগ্যঃ সমুদাহৃতঃ ॥
এই চাৰিবিধ বৈৰাগ্যৰ লক্ষণ ২৪৪ পদত চাওক।

তথাপি দ্বিষষ্টিগুণ কহিবোঁ তোমাত।
ব্রহ্মণ্য শৰণ্য ভক্তবৎসল সাক্ষাত ॥
দাতা সত্যসন্ধ্য বিক্রম্যতা নিয়ম্যতা।
দুৰ্দ্ধৰ্ষ দুস্তৰ সেব্য ধৈৰ্য্য সহিষ্ণুতা ॥ ৯৮ ॥
অক্ষোভ স্বতন্ত্র নিৰপেক্ষ যে সৌষ্ঠৱ।
শৌৰ্য্য যে ঔদাৰ্য্য স্থৈৰ্য্য আস্তিক আৰ্জ্জৱ ॥
প্রসন্নতা গাম্ভীৰ্য্য প্রশ্রয় শীল দম।
প্রাগল্‌ভ মঙ্গল বিত্ত বল দক্ষ শম ॥ ৯৯ ॥
ক্ষমা হৰ্ষ সন্তোষ যে অহঙ্কাৰ হীন।
সাম্য মান ভাগ্য শ্রুত সুখ উদাসীন ॥
ত্যাগ বল নিৰ্ভয় মাৰ্দ্দৱ ধৃতি স্মৃতি।
কৌশল আশ্রয় তেজ দয়া যে উন্নতি ॥ ১০০ ॥
ক্ষমা লজ্জা শ্রদ্ধা মৈত্রী শান্তি তুষ্টি শুদ্ধি।
সুবাক্য সুবিদ্যা সুৰক্ষতা আৰু বুদ্ধি ॥
এহি সব ভাগ ভেদ কহিলোঁ তোমাত।
সবাৰো প্রকাশ যাত সম্পূৰ্ণ সাক্ষাত ॥ ১০১ ॥
অংশৰ প্রকাশ যাত সেহি অংশ হয়।
কলাৰ প্রকাশ যাত সেই কলা হয় ॥
বিভূতিৰ প্রকাশক বিভূতি বোলয়।
এহিমতে ভেদ পুনু স্বতসে নোহয় ॥ ১০২ ॥
যাতো কৃষ্ণে দেখাইলে সকল ভগচয়।
সেহি হেতু তাঙ্ক জানা সম্পূৰ্ণ বোলয় ॥

হয়গ্ৰীৱ ৰাম মৎস্য কূৰ্ম্ম নৰহৰি ।
বৰাহ যজ্ঞাদি আক জানা অংশ কৰি ॥ ১০৩ ॥
শুক আদি আবিৰ্ভাৱ ঋষভ কপিল ।
বোধ কল্কি দক্ষ নাৰায়ণ সন্ত শীল ॥
জ্ঞান কৰ্ম্ম প্ৰভাৱ বিষ্ণুৰ অংশ হয় ।
কলা অৱতাৰ আবে শুনা মহাশয় ॥ ১০৪ ॥

কুমাৰ নাৰদ ব্যাস সূত আদি যত ।
জ্ঞানাংশ যুগুত কলা অৱতাৰ শত ॥
গয় পৃথু ভৰতাদি হুয়া শক্তি যুত ।
কলা অৱতাৰ আনো আছয় বহুত ॥ ১০৫ ॥
গুণ অৱতাৰ ব্ৰহ্মা আদি তিনি হয় ।
তাসম্বাৰ অংশে বহু বিভূতি আছয় ॥
কহিলোঁহো পূৰ্ণ অংশ কলা যেন ভেদ ।
অৱতাৰি স্বৰূপৰো লৱা পৰিচ্ছেদ ॥ ১০৬

নাৰদ বদতি সদাশিৱ কৃপাময় ।
অৱতাৰি স্বৰূপৰ কহিয়ো নিৰ্ণয় ॥
কিবা ব্ৰহ্ম নিৰাকাৰ অৱতাৰি হয় ।
কিবা নাৰায়ণ বিভু প্ৰভু নিৰাময় ॥ ১০৭ ॥
বৈকুণ্ঠ লোকৰ পতি প্ৰভু ভগৱন্ত ।
কিবা তিনি এক কিবা পৃথক হোৱন্ত ॥

শিৱ নিগদতি শুনা ব্ৰহ্মাৰ তনয়।
অৱতাৰি পুৰুষৰ শুনিয়ো নিৰ্ণয় ॥ ১০৮ ॥
একেমাত্ৰ তত্ত্ব অৱতাৰি সনাতন।
কৃষ্ণ ব্ৰহ্ম পুৰুষ নামেসে কৰে ভিন্ন ॥
যেন সূৰ্য্য প্ৰকাশ মণ্ডল ভিন্ন নয়।
কৃষ্ণ ব্ৰহ্ম পুৰুষতো জানা সেহি নয় ॥ ১০৯ ॥
এতেকে সাত্বত তন্ত্ৰে নিষ্ঠা ভক্ত জনে।
বৈকুণ্ঠৰ পতি কৃষ্ণ মানে সদা মনে ॥
বেদান্তি সকলে জ্ঞান নিষ্ঠা যাৰা হয়।
জ্ঞান শাস্ত্ৰ অনুসাৰে ব্ৰহ্ম বুলি কয় ॥ ১১০ ॥
নাহি পাণি পাদ চক্ষু নাসিকা শ্ৰৱণ।
বাক্য মন অগোচৰ সমস্ত কাৰণ ॥
কৰ্ম্মনিষ্ঠ হিৰণ্যগৰ্ভীয়ে বোলে হেন।
বেদশাস্ত্ৰ মতে এক প্ৰভু নাৰায়ণ ॥ ১১১ ॥
সহস্ৰ মস্তক আত্মা অনন্ত শকতি।
সংহাৰ তাৰণ স্ৰষ্টাদিৰ অধিপতি ॥
এতেকেসে কৃষ্ণ ব্ৰহ্ম পুৰুষ নিৰ্ণয়।
বাস্তৱত ভেদ তাৰা সবো নকহয় ॥ ১১২ ॥
যেন দুগ্ধ নানা মতে লৱে ইন্দ্ৰিগণে।
নানা শাস্ত্ৰ মতে কৃষ্ণ প্ৰকাশে তেমনে ॥
সৰ্ব্বমতে কৃষ্ণ হোন্ত পুৰুষ উত্তম।
লীলাৰূপে নৰ ভৈলা দুৰ্জ্জনৰ যম ॥ ১১৩ ॥

দৈৱকী পুত্ৰেসে সেব্য সমস্তে জনৰ।
জগত তাৰিতে ভৈলা নৰ কলেবৰ॥
এতেকেসে তাঙ্ক ভক্তি ভেদ নাচৰয় * ।
মোক্ষৰ ঈশ্বৰ জানি নিষ্কাম ভজয়॥ ১১৪ ॥
কহিলোঁ তোমাত ইটো কথা মুনিবৰ।
আৰ কিবা কহিবোহোঁ পুছিও সত্বৰ॥
একমনে শুনিয়োক সভাসদ নৰ।
তৃতীয় পটল সাঙ্গ সাত্বত তন্ত্ৰৰ॥ ১১৫ ॥

---

* পাঠান্তৰ—ভাৱে নৰচয়।

# চতুৰ্থ পটল।

নাৰদ বদতি প্ৰভু দায়ালু শঙ্কৰ।
নাহিকে তৃপিতি শুনি কথা গোবিন্দৰ॥
তথাপি সম্প্ৰতি মোৰ মিলিছে কৌতুক।
কেন মতে ভক্তিভেদ কহিয়ো প্ৰত্যেক॥ ১১৬॥
যাক জানি লোকে অনায়াসে সাধে গতি।
কহিয়োক সেহি ভক্তি ভেদক সম্প্ৰতি॥
শিৱ নিগদতি সাধু ভক্ত যে উত্তম।
পুছিলাহা ইটো কথা মহা গুহ্যতম॥ ১১৭॥
একান্ত ভক্তত বিনে নকহোঁ আনত।
ইহাৰ কাৰণ কহোঁ শুনিয়ো সাম্প্ৰত॥
যি কালত মোৰ ধ্যানে কৃষ্ণ তুষ্ট ভৈলা।
অভক্তত ভক্তি কহিবাক নিৰোধিলা॥ ১১৮॥
হেন শুনি ময়ো তান চৰণত ধৰি।
পুছিলোঁ কাহাক কৈয়ো ভক্ত বুলি হৰি॥
শুনি প্ৰীত হুয়া হৰি বুলিলা বচন।
শুনিয়োক শিৱ কহোঁ ভক্তৰ লক্ষণ॥ ১১৯॥
মোৰ ধ্যানে নিষ্ঠা মোতে মাত্ৰ প্ৰাণ যাৰ।
মোৰ যশ শ্ৰৱণে উৎসুক যাসম্বাৰ॥
হিংসা মদ মাৎসৰ্য্য ৰহিত যিটো নৰ।
তাসম্বাত ভক্তিভেদ কৈবা নিৰন্তৰ॥ ১২০॥

তোমাৰো বাঢ়িবে ভক্তি কহিলে লোকত ।
আৰু এক বাক্য বোলোঁ শুনিয়ো সাম্প্ৰত ॥
যদি সাধাৰণো তযু বাক্য নিষ্ঠ হয় ।
সসাধনা ভক্তি তাতো কহিবা নিশ্চয় ॥ ১২১ ॥
এহি বুলি গৈলা প্ৰভু ভকত বৎসল ।
কহিবো তোমাত ভক্তি যোগক সকল ॥
একেমাত্ৰ বিষ্ণুভক্তি মহাসুমঙ্গল ।
প্ৰীতি বুলি কহে যাক ভকত সকল ॥ ১২২ ॥
নিগুৰ্ণ অখণ্ড যিটো আনন্দ উত্তম ।
অতি সূক্ষ্ম ৰূপ যাৰ নাহিকে উপাম ॥
কিন্তু জ্ঞান কৰ্ম্ম লীলা ভেদে ভিন্ন হয় ।
নামত নিগুৰ্ণা ভাগৱতী প্ৰেমময় ॥ ১২৩ ॥
তিনিও গুণক শুনা সাধনে যুগুত ।
জ্ঞানময় নিগুৰ্ণাক শুনিয়ো প্ৰস্তুত ॥
সৰ্ব্ব অন্তৰ্য্যামি যে অখণ্ড মনোগতি ।
মোক্ষতো অধিক এহি নিগুৰ্ণা ভকতি ॥ ১২৪ ॥
সকল ইন্দ্ৰিয়চয় জ্ঞান কৰ্ম্মময় ।
স্বাভাৱিক ৰূপে যদি বিষ্ণুত ৰময় ॥
ভাগৱতী ভক্তি আকে বুলি কৰ্ম্মময় ।
পৰম পবিত্ৰ মুক্তি সুখকো ঠেলয় ॥ ১২৫ ॥
সৎসঙ্গত হৰিলীলা শ্ৰৱণ কীৰ্ত্তনে ।
উপজয় যাত মহা প্ৰেম অনুক্ষণে ॥

প্রেমময় ভক্তি ইটো সাধুৰ সম্মত ।
সর্ব্বদা উত্তম আৰু কি কৈবো মহত্ত্ব ॥ ১২৬ ॥
ই সব ভক্তিৰ শুনা সাধন সম্প্রতি ।
যাৰ আশ্রয়ত হোৱে কৃষ্ণত ভকতি ॥
অনুৰূপে স্বধর্ম্মে অর্পিব ঈশ্বৰত ।
হিংসাশূন্য পূজা কৰিবেক প্রতিমাত ॥ ১২৭ ॥
শ্রৱণ দর্শন স্পর্শ স্তুতি নমস্কাৰ ।
বিষয়ত বিৰকতি গুৰুসেৱা সাৰ ॥
নিবৃত্তি শাস্ত্রত শ্রদ্ধা প্রীতি উত্তমত ।
সমানত মিত্র ভাব দয়া দুখিতত ॥ ১২৮ ॥
হৰিৰ মূৰ্ত্তিৰ ধ্যান শ্রৱণ কীর্ত্তন ।
সমস্তে ভূতত হৰি দৃষ্টি অনুক্ষণ ॥
নিগু র্ণা ভকতি হোৱে এহিসে সাধনে ।
যাক পায়া মোক্ষকো নমানে ভক্তজনে ॥ ১২৯ ॥
শুনা আৰু ভাগৱতী ভক্তিৰ সাধন ।
যাক যত্ন কৰিবাক লাগে অনুক্ষণ ॥
গুৰু উপদেশ লৈয়া ভকত সহিতে ।
সর্ব্বেন্দ্রিয় হৰিপদ সেবিবে সততে ॥ ১৩০ ॥
বচনে লৈবেক নাম কর্ণৰ শ্রৱণ ।
হস্তে গোবিন্দৰ গৃহ প্রতিমা সেৱন ॥
জিহবায়ে লৈবেক হৰি নৈবেদ্য দ্রব্যক ।
নাসায়ে লৈবেক হৰি নির্ম্মাল্য গন্ধক ॥ ১৩১ ॥

হৰিৰ নিৰ্ম্মাল্যচয় শিৰে ধৰিবেক।
সাদৰে চক্ষুৰে ভকতক চাহিবেক॥
মনে ৰূপ চিন্তিব অষ্টাঙ্গে নমস্কাৰ।
ঈশ্বৰৰ অৰ্থে ধন আনিব সম্ভাৰ॥ ১৩২॥
এতেক সাধনে যেবে সবে ইন্দ্ৰিয়ৰ।
স্বাভাৱিক ৰতি যেবে ভৈল গোবিন্দৰ॥
আকে বুলি ভাগৱতী ভক্তি সুশোভন।
যাক পায়া ভক্তে মুকুতিতো নেদে মন॥ ১৩৩॥
এবে প্ৰেম ভকতিৰ শুনিয়ো কাৰণ।
বিশ্বাস কৰিয়া থিৰ কৰি বুদ্ধি মন॥
একান্ত ভক্তকে গুৰু মানিব প্ৰথমে।
তান উপদেশে লৈব সৎসঙ্গ যতনে॥ ১৩৪॥
গোবিন্দৰ চাৰিবিধ লীলা শুনিবেক।
কীৰ্ত্তনো কৰিবে তাক তাকে স্মৰিবেক॥
শ্ৰৱণ-কীৰ্ত্তন-পৰ যিসব হোৱয়।
তাসম্বাৰ প্ৰশংসা কৰিব সততয়॥ ১৩৫॥
শ্ৰৱণ কীৰ্ত্তন প্ৰশংসাক স্মৰণক।
যদি কোনোজনে নপাৰয় কৰিবাক॥
নাম আবৃত্তিত সৰ্ব্বদায় প্ৰবৰ্ত্তিব।
নামৰ প্ৰসাদে সবে আপুনি সিজিব॥ ১৩৬॥
সৰ্ব্বদায়ে মহন্তত কৰিবেক প্ৰীতি।
তেবেসে হৈবেক কৃষ্ণ দেৱত ভকতি॥

এহি প্রেমময় ভক্তি ভকতে লভিয়া।
সংসাৰ তেজিয়া থাকে আনন্দে মজিয়া॥ ১৩৭॥
পাৱে ভক্তে কৃষ্ণ-ৰূপ-শীল-গুণ-ক্রিয়া।
ভক্তি-সুখবিনে ভক্তে কতো নেদে হিয়া॥
যদি সিটো কৰে আন ভক্তিৰ সাধন।
নাহি তাত দোষ যাতো হৰিৰ সেৱন॥ ১৩৮॥
কিন্তু যি ভক্তিত নিষ্ঠা তাকেসে পাৱয়।
ফলতে সে ভেদ সাধনত ভেদ নয়॥
পৃথকে কহিলোঁ ভক্তি যোগৰ সাধন।
নিষ্কাম যে ফলৰূপ দুয়ো সুশোভন॥ ১৩৯॥
সকাম সগুণ ভক্তি হোৱয় বিস্তৰ।
আউৰ কিবা কহিবো পুছিও মুনিবৰ॥
নাৰদ বদতি দেৱ-দেৱ মহেশ্বৰ।
ভক্তিৰ যতেক বিধি কৈলা নিৰন্তৰ॥ ১৪০॥
কিমত নিষেধ কয়ো কিমত স্তম্ভন।
হানিৰ বৃদ্ধিৰ আৰ কহিয়ো কাৰণ॥
সৰ্ব্ব সাধনতে মুখ্য কোন বা সাধন।
শুনিবাক শ্রদ্ধা মোৰ কৰিয়ো বৰ্ণন॥ ১৪১॥
পশুপতি বদতি শুনিযো মুনিবৰ।
সকলে প্রশ্নৰ মই দিবোঁহোঁ উত্তৰ॥
কহিছোঁ যতেক সবে ভক্তিৰ সাধনে।
তাত বিনে সমস্তে নিষেধ মানা মনে॥ ১৪২॥

দেহ নির্ব্বাহৰ বিনে যতেক বিষয় ।
কৰিলে ভক্তিক স্তম্ভ কৰাৱে নিশ্চয় ॥
সংক্ষেপে কহিলোঁ মই নিষেধ তোমাত ।
ভক্তি-বিনাশক দোষ শুনিও সাম্প্রত ॥ ১৪৩ ॥
নির্গুণা ভক্তিৰ নাশ প্ৰাণী হিংসা কৈলে ।
ভাগৱতী নাশ হোৱে অহঙ্কাৰ ভৈলে ॥
প্রেমময় নাশ হোৱে সন্তৰ দ্বেষত ।
নিজ গুৰু অনাদৰে সবে ভক্তি হত ॥ ১৪৪ ॥
আৰু যিবা দ্বেষ কৰে আপোন গুৰুক ।
ভক্তি কৰন্তেয়ো সিটো যাইবে নৰক ॥
দোষ দৃষ্টি কৰিলে আপুনি দোষী হয় ।
সেহি সেহি দোষৰ যে ফলক পাৱয় ॥ ১৪৫ ॥
মনুষ্য বুদ্ধিক যিটো গুৰুত কৰয় ।
কুঞ্জৰ স্নানৰ মতে সবে ব্যৰ্থ হয় ॥
সৰ্ব্ব সাধনতে শ্ৰেষ্ঠ গুৰু সেৱা জানা ।
তেবে মাধৱত ভক্তি হুইবে মনে মানা ॥ ১৪৬ ॥
যিটো মহাজনে গুৰু বাক্যক কৰয় ।
ইহাকেসে গুৰু সেৱা বুলিয় নিশ্চয় ॥
নিৰ্গুণা ভকতে কৰিবেক ভূত দায়া ।
ভগৱতী ভকতৰ নিষ্ঠা মন কায়া ॥ ১৪৭ ॥
প্রেমময়ী ভকতৰ প্রীতি বৈষ্ণৱত ।
হৰিৰ যশস্থা শুনিবেক অবিৰত ॥

তিনিবিধ মুখ্য এহি সাধন ভক্তিৰ।
আৰ মুখ্য অৰ্থ কহোঁ শুনা মহাধীৰ॥ ১৪৮॥
সৰ্ব্বমূল কৃষ্ণ পাদপদ্মত শৰণ।
যাত মহা ভকতি স্রবয় সৰ্ব্বক্ষণ॥
যেন এৰাঁ ঘটৰ যে বহি যাই জল।
শৰণ বিনাই ভক্তি তেহ্নয় বিফল॥ ১৪৯॥
নাৰদ বদতি প্ৰভু শুনা গঙ্গাধৰ।
কৃষ্ণ পাদ শৰণক কহিয়ো সত্বৰ॥
যাত বিনে ভকতি কৰিও পাৱে শ্ৰম।
কিমত শৰণ তাক কৰা নিৰূপণ॥ ১৫০॥
শুনিয়োক সৰ্ব্বজনে কৰি এক মন।
লভি আছা নৰতনু অতি অঘটন॥
দেৱৰো দুৰ্লভ আক জানিবা সাক্ষাত।
ভাগ্যেসে লভিলা আসি কৃষ্ণৰ কৃপাত॥ ১৫১॥
মহাপুৰুষাৰ্থ ইটো সাধনৰ কায়।
কিন্তু ক্ষণ ধ্বংস ইটো নৰহে সদায়॥
হেন সময়ত আত্ম কাৰ্য্য সাধিয়োক।
সন্তত বিশ্বাসে কৃষ্ণ কথা শুনিয়োক॥ ১৫২॥
মোৰ বাক্য বুলি উপহাস নকৰিবা।
শাস্ত্ৰত আছয় জানি কথাক মানিবা॥
মনে অনুভাবি আকে কৰি আছোঁ সাৰ।
শ্ৰৱণ কীৰ্ত্তন বিনে নেদোখোঁ নিস্তাৰ॥ ১৫৩॥

মোহোৰ ভাৰসা এহিমনেসে জানিবা।
কৃপাময় কৃষ্ণে জানি আকে মোক দিবা॥
মই মহা বিষয়ী ভক্তিৰ নোহো পাত্র।
কেৱলে নামক সাৰ কৰি আছোঁ মাত্র॥ ১৫৪॥
মোৰ মুখে নছাৰোক ৰামকৃষ্ণ নাম।
ভাগৱত মিশ্রে কহে বোলা ৰাম ৰাম॥

——o——

## ছবি।

শিৱ নিগদতি ঋষি শুনা কহো বিমৰিষি
কৃষ্ণ পদ শৰণৰ কথা।
কায় বাক্য মনে যেৱে কৃষ্ণত সাক্ষাত ভৈল
পৰনিষ্ঠা আছয় সৰ্ব্বথা॥ ১৫৫॥
শৰণ বুলিয়া আকে জানিবাহা দেৱ ঋষি
কিন্তু এহি তিনি বিধ হয়।
প্রথম * মধ্যম শ্রেষ্ঠ ক্রমে এহি তিনি বিধ
শুনা কহো তিনিৰো নির্ণয়॥
ধৰ্ম্ম তীর্থ দেৱতাত পাপ-দুখ ভয়াদিত
যিমত ৰক্ষক ভাৱ হয়।

* পাঠান্তৰ—'অধম'।

সেহি মত বুদ্ধি যেবে　　　কৃষ্ণ দেৱতাত ভৈল
ইহাকেসে প্ৰথম বোলয় ॥ ১৫৬ ॥
ভাৰ্য্যা পুত্ৰ মিত্ৰ ধন　　　গৃহ গো আদিত যিবা
মমতা আশ্ৰয় কৰিছয়।
মমতা আশ্ৰয় সেই　　　কৃষ্ণত ঘটিল যেবে
ইহাকেসে মধ্যম বোলয় ॥
দেহাদিত যেন মত　　　আত্মা মানি অভেদত
আতি প্ৰেম কৰিয়া থাকয়।
ইটো সৰ্ব্ব ভাৱ যেবে　　　কৃষ্ণ চৰণত ভৈল
আকে শ্ৰেষ্ঠ বুলিয় নিশ্চয় ॥ ১৫৭ ॥
ঈশ্বৰ একান্ত ভক্ত　　　কৃষ্ণ নাম ধৰ্ম্ম বিনে
আনত আশ্ৰয় নকৰয়।
একশৰণীয়া ভক্ত　　　হৃদয়ে কৃষ্ণক ধৰি
জগত পবিত্ৰকাৰী হয় ॥
এতেকে ভক্তিত বিনে　　　কৃপাময় নাৰায়ণে
দেহকো নমানে প্ৰিয় কৰি।
কি কহিবোঁ নাদৰিবা　　　আন সম্পত্তিক এবে
যিহেতু পৰম আত্মা হৰি ॥ ১৫৮ ॥
নাৰদ বদতি প্ৰভু　　　পুনু পুছোঁ কহিয়োক
ভকতৰ লক্ষণ সাক্ষাত।
যিবা ভকতত প্ৰীতি　　　যেনমতে কৰিবোঁহোঁ
ইয়ো কথা কহিয়ো আমাত ॥

শঙ্কৰ বদতি মুনি ভক্তৰ লক্ষণ জানা
মনুষ্যে জানিতে নপাৰয়।
বৈষ্ণৱেসে মাত্র জানে যেহেন সর্পৰ পাৱ
সর্পে মাত্র কেৱল দেখয় ॥ ১৫৯ ॥
তথাপিতো সাৰৰূপে লক্ষণ তোমাত কহোঁ
যাতো তুমি কৃষ্ণৰ ভকত।
শান্তচিত্ত অহঙ্কাৰ মমকাৰ বিৰহিত
শাস্ত্র অনুবর্ত্তয় সতত ॥
ৰাগ আদি নাহি যাত সবাৰো সুহৃদ মাত্র
হিংসককো হিংসা নকৰয়।
এতেক লক্ষণ যাত নিগুর্ণা ভকত খ্যাত
বুজিবা নাৰদ মহাশয় ॥ ১৬০ ॥
হৰি সেৱা বিনে কিছু নমানে আপোন প্রিয়
বাসুদেৱ-পৰ দেহেন্দ্রিয়।
ৰাগ-দ্বেষ মানামান বিৰহিত তুষ্ট মন
ভাগৱতী ভক্তি বুলিচয় ॥
সন্তত পীৰিতি যাৰ শ্রৱণ কীর্ত্তন নিষ্ঠ
অসন্তৰ সঙ্গ পৰিহাৰ।
সন্তৰ বচন কৰে কৃষ্ণ যশে মন মজে
সপ্রেম ভকত নাম আৰ ॥ ১৬১ ॥
ভক্তৰ লক্ষণ এই সামান্য সে নিৰূপিলোঁ
বিশেষ প্রকাৰে কহোঁ মুনি।

সাম্য মৈত্রী লক্ষণক উত্তম মধ্যম হেন
তিনি বিধ কহোঁ ভিনি ভিনি ॥
সৰ্ব্বাত্মা হৰিক জানি সমস্ততে প্ৰীতি কৰে
দ্বেষাসূয়া কৃপা নকৰয় ।
নিগুৰ্ণা ভকত জানা উত্তম ইহাকে বুলি
মধ্যমৰ শুনিয়ো নিৰ্ণয় ॥ ১৬২ ॥
সৰ্ব্বাত্মা হৰিক জানি তাৰতম্যে প্ৰীতি কৰে
উত্তম মধ্যম সামান্যত ।
ইহাকে মধ্যম বুলি ; প্ৰাকৃত যিজন সিটো
প্ৰতিমাত কেৱলে নিৰত ॥
সৰ্ব্বাত্মা বিষ্ণুত প্ৰীতি কৰিবাক নপাৰয়
কিন্তু প্ৰাণীবধ ত্যাগ কৰে ।
ইহাকে প্ৰাকৃত্য বুলি, নিগুৰ্ণাৰ তিনি বিধ
কৈলোঁ শুনা আত অনন্তৰে ॥ ১৬৩ ॥
যাৰ সবে ইন্দ্ৰিগণে স্বভাৱে বিষ্ণুত ৰমে
ভাগৱতী এহিসে উত্তম ।
যাহাৰ ইন্দ্ৰিয়গণ যত্নেসে বিষ্ণুত প্ৰীতি
কৰে সিটো জানিবা মধ্যম ॥
যাহাৰ ইন্দ্ৰিয় মাত্ৰ কৃষ্ণক কৰয় সেৱা
কিন্তু সিটো প্ৰীতি বিৰহিত ।
ইহাক প্ৰাকৃত্য বুলি জানা মুনিবৰ সিটো
কিন্তু কালে হুইবেক বৰ্দ্ধিত ॥ ১৬৪ ॥

হৰিৰ যশস্থাচয় শ্ৰৱণ কীৰ্ত্তন যিটো
প্ৰীতিভাৱে সদায়ে কৰয়।
ইটো মহাভাগৱত উত্তম সপ্ৰেম জানা
জগতকে পবিত্ৰ কৰয় ॥
শ্ৰৱণ-কীৰ্ত্তন যিটো অতি প্ৰীতি ভাৱে কৰে
দিনে দুই প্ৰহৰ সমান।
কিন্তু মহন্তত মাত্ৰ প্ৰীতি কৰি থাকিবেক
মধ্যম বুলিয় সৰ্ব্বথান ॥ ১৬৫ ॥
দিনে প্ৰহৰেক মনে যিটো জনে শ্ৰদ্ধা ভাৱে
শ্ৰৱণ কীৰ্ত্তন কৰি থাকে।
কিন্তু মহন্তক সিটো বিদ্বেষক নকৰিব
প্ৰাকৃত্য ভকত বুলি আকে ॥
যদি আন ভকতত আনৰ লক্ষণ দেখা
তথাপিতো জিজ্ঞাসিয়া চাইবা।
তাহাৰ নিষ্ঠাক চাই বুজি তাৰ অভিপ্ৰাই
জানি তাত পীৰিতি কৰিবা ॥ ১৬৬ ॥
যিবা ভক্তে যি ভক্তিত নিষ্ঠাকাষ্ঠা কৰি থাকে
বুজিসি কৰিবা সম্ভাষণ।
তাহাৰ ভক্তিক যেবে ভাল বুলি প্ৰশংসিলে
তেবে তাৰ প্ৰীতিৰ কাৰণ ॥
তথাপি নিৰ্গুণা যিবা যিবা ভাগৱতী ভক্ত
ইটো প্ৰীতি কৰণ দুষ্কৰ।
শ্ৰৱণ কীৰ্ত্তন পৰ যাৰা সব নিৰন্তৰ
তাত প্ৰীতি কৰা মুনিবৰ ॥ ১৬৭ ॥

# দুলড়ি ।

এহিমানে মই কহিলোঁ পৃথকে
ভক্তৰ যেন লক্ষণ ।
যি মতে তাৰাৰ পীৰিতি হৈবেক
লোকৰ মুক্তি কাৰণ ॥
সাধনে সহিতে ভক্তি ভেদচয়
কৰিলোঁহোঁ নিৰূপণ ।
সকলো বৰ্ণৰ সবে আশ্ৰমৰ
দুখ-শোক নিবাৰণ ॥ ১৬৮ ॥
সৰ্ব্বকালে হয় সৰ্ব্ব সিদ্ধ্যুদয়
চাৰি যুগে অভিমত ।
যাত ভগৱন্ত সন্তোষ হোৱন্ত
কহিলোঁ মই তোমাত ॥
সাত্বত তন্ত্ৰৰ চতুৰ্থ পটল
এহিমানে সমাপতি ।
শুনা সৰ্ব্বজন কৰি থিৰ মন
যাৰ বৈকুণ্ঠত মতি ॥ ১৬৯ ॥
সংক্ষেপ পদত দোষ নধৰিবা
মই পুনু অল্পজন ।
কিছু কিছু মাত্ৰ উদ্দেশ কৰিলোঁ
বাহুল্যত নেদি মন ॥

বক্তা যাতো শিৱ শুনন্তা নাৰদ
এতেকে শাস্ত্র গহন ।
আৰ সবে অৰ্থ মই কেনে পাইবোঁ
বুজিবাহা শিষ্টজন ।। ১৭০ ॥
তথাপি শৰণ ভক্তিৰ মহিমা
শুনি মোৰ শ্ৰদ্ধা ভৈল ।
কৃষ্ণ শৰণৰ শুনা যেন মত
মহিমা শাস্ত্ৰত কৈল ॥
সকলে আচাৰ ৰহিত পামৰ
মহা শঠ বুদ্ধি হয় ।
জগত বঞ্চক দম্ভী অহঙ্কাৰী
অপেয় যিটো পিয়য় ॥ ১৭১ ॥
হিংস্ৰুক পিশুন পাপী অন্ত্যজাতি
নিষ্ঠুৰ ক্ৰুৰ যিজন ।
ভাৰ্য্যা পুত্ৰধন দেহ ইন্দ্ৰিয়ত
আসকত সৰ্ব্বক্ষণ ॥
এহু সৰ্ব্বাধমো যদি কৃষ্ণপদে
লৈলেক এক শৰণ ।
তত কাল মাত্ৰ সিয়ো শুদ্ধ হয়
কহিলোঁ দৃঢ় বচন ॥ ১৭২ ॥
এতেকে কৃষ্ণৰ অভয় চৰণে
শৰণ লৈলোঁ সাদৰি ।

সপ্রেম ভক্তৰ সঙ্গ নিৰন্তৰ
মাগোঁহোঁ কাতৰ কৰি ॥
হে কৃষ্ণ দেৱ দীন দয়াশীল
মোক কৃপা কৰিয়োক ।
দুবুদ্ধি উপাধি দৃষ্টিক গুচায়া
ভক্তৰ সঙ্গ দিয়োক ॥ ১৭৩ ॥
তাসম্বাৰ সঙ্গে তযু কথামৃত
ৰসে মজোঁ সৰ্ব্বক্ষণ ।
নীচ হুয়া মই ইহাকেহে মাগোঁ
নযাউক আনক মন ॥
তযু কৃপা গুণ বিদিত কৰিয়ো
মই অধমক চাই।
তযু গুণ নাম মোহোৰ মুখত
আসয় যেন সদাই ॥ ১৭৪ ॥
সভাৰ লোকক বোলোঁ কৃতাঞ্জলি
সততে নেৰিবা নাম ।
ভাগৱত মিশ্রে কহে নিৰন্তৰে
ডাকি বোলা ৰাম ৰাম ॥

# পঞ্চম পটল ।

## পদ ।

নাৰদ বদতি প্ৰভু দেৱ মহেশ্বৰ ।
ভক্তিৰ লক্ষণ মোত কহিলা সুন্দৰ ॥ ১৭৫ ॥
এবে কহিয়োক যিবা যুগে দেৱ হৰি ।
যিমত ৰূপক ধৰা লোক ৰক্ষা কৰি ॥
কোন যুগে কোন মত পূজাৰ লক্ষণ ।
কোন ধৰ্ম্মে কত নামে সেৱে নাৰায়ণ ॥ ১৭৬ ॥
যিমত সাধনে মোক্ষ সাধয় সম্প্ৰতি ।
ইসব কথাক কয়ো পাৰ্ব্বতীৰ পতি ॥
মহেশ্বৰ বদতি শুনিয়ো মুনিবৰ ।
সত্যযুগে প্ৰজাসব শুদ্ধ ধৰ্ম্মপৰ ॥ ১৭৭ ॥
ৰাগ-লোভ বিবৰ্জ্জিত স্বভাৱত শান্ত ।
সমদৃষ্টি মল শূন্য সবে সত্যৱন্ত ॥
তেসম্বে কেৱলে কৰে কেশৱক ধ্যান ।
ধ্যানেসে কেৱল ধৰ্ম্ম যুগৰ বিধান ॥ ১৭৮ ॥
সেহি ধ্যান তিনি বিধ দশনাম যুত ।
নিৰালম্ব সাৱলম্ব পৰম অদ্ভুত ॥
অন্তৰ্য্যামী ধাৰণা অপৰ বিধ কয় ।
তিনি বিধ ধ্যান নাম কহিলোঁ নিশ্চয় ॥ ১৭৯ ॥
নিৰালম্ব ধ্যান আবে শুনিয়ো প্ৰথমে ।
ছয়বিধ অঙ্গ যাত কৰিবেক ক্ৰমে ॥

প্ৰথমৰ দুই অঙ্গ যম যে নিয়ম।
বাঢ় বাঢ় গোটা দুইৰো বুজিবা উত্তম ॥ ১৮০ ॥
যম বুলি অহিংসা যে ব্ৰহ্মচৰ্য্য ব্ৰত।
ক্ষমা লজ্জা দয়া মৌন স্থিৰ স্বধৰ্ম্মত ॥
অসংশয় * অসঙ্গ অভয় যে অস্তেয়।
বিশ্বাস যে সত্য সমে যমৰ নিৰ্ণয় ॥ ১৮১ ॥
দেহ শৌচ মন শৌচ জপ তপ ব্ৰত।
হোম শ্ৰাদ্ধ অতিথি শুশ্ৰূষা ভাল মত ॥
তীৰ্থ সেৱা গুৰুসেৱা আত্মাৰ সন্তোষ।
পৰ উপকাৰ সমে নিয়ম দ্বাদশ ॥ ১৮২ ॥
ধ্যানৰ তৃতীয় অংশ শুনিয়ো আসন।
জানু জঙ্ঘা মধ্যে থৈব আপন চৰণ ॥
কোলাত থৈবেক নিয়া হস্ত দুই খান।
ইহাকে বুলিয় স্থান আসন উত্তম ॥ ১৮৩ ॥
ধ্যানৰ চতুৰ্থ অঙ্গ নামে প্ৰাণায়ম।
ৰেচক কুম্ভক আৰু পূৰক যে নাম ॥
ধ্যানৰ পঞ্চম অঙ্গ নামে প্ৰত্যাহাৰ।
আনিয়া বিষয় হন্তে ইন্দ্ৰিয় দুৰ্ব্বাৰ ॥ ১৮৪ ॥
সংযম কৰিয়া মন থৈব হৃদয়ত।
ষষ্ঠ অঙ্গ স্থৈৰ্য্য আবে শুনা ভাল মত ॥
প্ৰাণে সমে মন থিৰ কৰি যোগীজনে।
নাসিকাৰ অগ্ৰে চাই থাকিব যতনে ॥ ১৮৫ ॥

---

* পাঠান্তৰ—অসঞ্চয়

তেজোময় ব্ৰহ্মৰূপ লক্ষ্য কৰিবেক।
প্ৰকাশ নকৰে যাৰে তাৰে চিন্তিবেক ॥
এহি মতে প্ৰতিদিনে কৰন্তে অভ্যাস।
বিস্তৰ কালেসে পাৱে ব্ৰহ্মৰ প্ৰকাশ ॥ ১৮৬ ॥
সাৱলম্ব ধ্যান আবে শুনা মুনিবৰ।
পূৰ্ব্বৱত বিধিযুক্ত হুইব নিৰন্তৰ ॥
হৃদিপদ্ম মাজে শুদ্ধ সত্যৰূপ হৰি।
চতুৰ্ভুজ ৰূপক চিন্তিব যত্ন কৰি ॥ ১৮৭ ॥
স্ফটিক সঙ্কাশ শুক্ল তনু কৰে কান্তি।
জটাধৰ অজিন বল্কল শোভে আতি।
যজ্ঞ-সূত্ৰ দণ্ড কমণ্ডলু অক্ষমালা।
মুখপদ্ম নাসিকা কপোল শোভে ভালা ॥ ১৮৮ ॥
অলকা দশন কম্বুকণ্ঠ বক্ষস্থল।
সুন্দৰ উদৰ যেন অশ্বত্থৰ দল ॥
নিম্ন নাভি চাৰু উৰু জানু জঙ্ঘা পাৱ।
সুন্দৰ আঙ্গুলী নখ চন্দ্ৰৰ প্ৰভাৱ ॥ ১৮৯ ॥
মনে মনোহৰ ৰূপ চিন্তন্তে সতত।
আনন্দ স্বৰূপ সুখ হোৱয় বেকত ॥
আতো শীঘ্ৰে সিদ্ধি অন্তৰ্য্যামী ধাৰণাত।
শুনা সাৱধানে মুনি কহিবোঁ তোমাত ॥ ১৯০ ॥
চৰাচৰ বিশ্ব ইটো নাৰায়ণময়।
কায়বাক্য মনে হেন কৰিব নিশ্চয় ॥

উত্তমক ভক্তি ভাবে মানিব সদাই।
সমানক মানিবেক মিত্র যেন ভাই ॥ ১৯১ ॥
অধমক দায়া ক্ষমা উপেক্ষা শত্রুক।
দ্বেষহীন হুয়া মান্য কৰিব জন্তুক ॥
সকলতে সমদৃষ্টি পর্য্যন্তে ভাবিব।
অল্পকালে পৰম আনন্দৰূপ পাইব ॥ ১৯২ ॥
ত্রেতা যুগে প্রাণী সব যাপ্য হোম-পৰ।
সুবিনীত সুখী মহা গৃহস্থ সুন্দৰ ॥
গোবিন্দৰ যজ্ঞে সি কালত মোক্ষ সাধে।
সেহি সে পৰম ধৰ্ম্ম একোৱে নবাধে ॥ ১৯৩ ॥
সি কালত যজ্ঞ মূর্ত্তি ৰক্তবর্ণ হৰি।
নিত্য নৈমিত্তিক যজ্ঞে যজে ভক্তি কৰি ॥
আঠ নাম যুক্ত বেদ বিধানে যজয়।
এহি মতে সিকালও মুকুতি সাধয় ॥ ১৯৪ ॥
দ্বাপৰ যুগৰ লোক সবে হৃষ্ট পুষ্ট।
ভোগে আসকত সুখ দুখত সন্তুষ্ট ॥
সি বেলা কৃষ্ণৰ সেৱা মোক্ষৰ সাধন।
অঙ্গ আৰু উপাঙ্গ যে দ্বিবিধ পূজন ॥ ১৯৫ ॥
পূজাসে পৰম ধৰ্ম্ম দ্বাপৰ যুগৰ।
মহাৰাজ বিভূতিয়ে পূজে নিৰন্তৰ ॥
সিকালত পীত বর্ণ মূৰতি সুন্দৰ।
বেদ মন্ত্র বাঢ় নামে মুক্তি সাধে নৰ ॥ ১৯৬ ॥

কলিযুগে অল্প ভাগ্য আলস্যীয়া জন।
অতি ক্ষুদ্র আয়ু * শিশ্নোদৰ পৰায়ণ॥
মহাদীন মলিন কলিৰ যত জন।
তাসম্বাৰ একবিধ মুক্তিৰ সাধন॥ ১৯৭॥
সৰ্ব্ব পাপ নাশে সৰ্ব্ব সুখৰ কাৰণ।
কেৱলে কৃষ্ণৰ মাত্ৰ নামৰ কীৰ্ত্তন॥
যাতো কলিযুগে কৃষ্ণ পুৰুষ উত্তম।
অৱতৰি যশ বিস্তাৰিলা নিৰুপম॥ ১৯৮॥
ধ্যান যজ্ঞ পূজা আদি সমস্তে সংহৰি।
যশস্যাক থাপি গৈলা বৈকুণ্ঠ নগৰী॥
এতেকে কলিত দেৱ দৈৱকী নন্দন।
ইন্দ্ৰনীল সম শ্যাম তনু নিৰুপম॥ ১৯৯॥
চাৰি যুগ মাজে জানা কলি শ্ৰেষ্ঠতৰ।
যিহেতু ইহাত ভক্ত হইবেক বিস্তৰ॥
এতেকে সত্যাদি যুগে যত লোকচয়।
কলিত জন্মিতে বাঞ্ছা সতত কৰয়॥ ২০০॥
ধ্যান যজ্ঞ পূজা যজনৰ যত ফল।
কলিত কীৰ্ত্তনে আবে পাৱয় সকল॥
নাহি দেশ কালৰ নিয়ম কীৰ্ত্তনত।
এতেকে পৰম ধৰ্ম্ম কীৰ্ত্তন কলিত॥ ২০১॥
এহি হেতু কলিক প্ৰশংসে শিষ্ট জনে।
কীৰ্ত্তন মাত্ৰত মোক্ষ পাৱে অযতনে॥

* পাঠান্তৰ—মহা দুঃখী ক্ষুদ্ৰ

সত্যাদি লোকত থাকি যিবা লোকচয় ।
নিজ ধর্ম্মে থাকিয়া মুকুতি নপাৱয় ॥ ২০২ ॥
তেসম্বো কলিত আসি কীর্ত্তন মাত্রকে ।
সংসাৰ তাৰিয়া যায় বৈকুণ্ঠ লোককে ॥
কলি দোষ-সাগৰত মহাগুণ আছে ।
নামৰ কীর্ত্তনে চতুৰ্ব্বৰ্গ পাৱে পাছে ॥ ২০৩ ॥
সত্যাদি যুগত যত আছয় সাধন ।
তাকে সাধ্য কৰি দেই নামৰ কীর্ত্তন ॥
এতেকে কলিত কৃষ্ণ নামৰ কীর্ত্তন ।
ভকতি নিস্তাৰ সাধ্য সেহিসে সাধন ॥ ২০৪ ॥
যেই সেই মতে সদা কীর্ত্তন কৰিলে ।
পাপ ছাৰি মুকুতিক পাৱে অবিকলে ॥
শ্রদ্ধাভাৱে যাৰাসবে কীর্ত্তন কৰয় ।
কি কহিবোঁ সি সি জন কৃতাৰ্থ হোৱয় ॥ ২০৫ ॥
সদা নাম পৰায়ণ যি সব কলিত ।
মহা ভাগৱত তাকে বুলিয় নিশ্চিত ॥
এতেকে সে সৰ্ব্বভাৱে তুমি মুনিবৰ ।
শ্রীকৃষ্ণৰ কীর্ত্তন কৰিয়ো নিৰন্তৰ ॥ ২০৬ ॥
অতি শ্ৰদ্ধা ভাৱে চিত্ত কৰি সাৱধানে ।
এহি মোৰ মহাফল বুলিয়া যতনে ॥
কি কহিবোঁ নামৰ মহিমা মুনিবৰ ।
এহি বুলি মৌন ভৈলা দায়ালু শঙ্কৰ ॥ ২০৭ ॥

সাত্বত তন্ত্ৰৰ ইটো পঞ্চম পটল ।
শুনা সভাসদ সবে তেজিয়া বিকল ॥

---

# ষষ্ঠ পটল

নাৰদ বদতি দেৱ-দেৱ মহেশ্বৰ।
কৃষ্ণ কথা তযু মুখে শুনিলোঁ সুন্দৰ ॥ ২০৮ ॥
হৰি নাম কীৰ্ত্তনে সমস্তে পাপ হৰে।
মহাসুখ ভকতিক সাধে সমস্তৰে ॥
কৰিলা আদেশ মোক কৰিতে কীৰ্ত্তন।
যিবা যিবা নাম সব গাইবোঁ অনুক্ষণ ॥ ২০৯ ॥
যি সব সকলে নাম জানিবাক চাওঁ।
কহিয়োক প্ৰভু মহা কৌতুকক পাওঁ ॥
শিৱ নিগদতি মুনি শুনিয়ো সাক্ষাত।
সকল নামক কোনে কহিতে শকত ॥ ২১০ ॥
ভূমি জল তেজ পৰমানু আছে যত।
অনেক জনমে যিবা গণিতে শকত ॥
হৰিৰ নামক তভু নপাৰে গণিত।
তথাপিতো মুখ্য কিছু কহিবোঁ তোমাত ॥ ২১১ ॥
বিষ্ণুৰ সহস্ৰ নাম আতি বিপৰীত।
তাক পূৰ্ব্বে মই কহি আছো পাৰ্ব্বতীত ॥
হুয়া সমাধিত স্থিত আছোঁ যি কালত।
পুছিলা পাৰ্ব্বতী মোত হুয়া অৱনত ॥ ২১২ ॥
কাহাক চিন্তাহা নাথ কাৰ লৱা নাম।
তুমি বিনে কোন দেৱ আছে অনুপাম ॥

হেন শুনি বুলিলোঁহোঁ শুনিয়ো পাৰ্ব্বতী।
মোত পৰ ঈশ্বৰ আছয় লক্ষ্মীপতি ॥ ২১৩ ॥
তান নাম সহস্রেক কৰোঁহোঁ কীৰ্ত্তন।
শুনিয়া পাৰ্ব্বতী পুছিলাহা ৰঙ্গ মন ॥
সিবেলা দেবীত যিবা কহিলোঁ প্রত্যেক।
কহিবোঁ তোমাত সেহি নাম সহস্রেক ॥ ২১৪ ॥
সজল জলদ সম শৰীৰ প্ৰকাশে।
নিৰ্ম্মল সুন্দৰ যাত শোভে পীতবাসে ॥
মুকুট কুণ্ডল হাৰ প্রকাশে নূপুৰ।
বলয়া অঙ্গুঠী হাৰে প্রকাশে ৰুচিৰ ॥ ২১৫ ॥
ব্ৰহ্মা লক্ষ্মী আদি দেৱে সেৱে যাৰ পাৱ।
গোপ-গোপী মুনিগণো সেৱে সৰ্ব্বভাৱ ॥
হেন কৃষ্ণ চৰণত কৰি নমস্কাৰ।
তান নাম সহস্রেক কৰোঁহোঁ প্রচাৰ ॥ ২১৬ ॥
শ্ৰীকৃষ্ণ শ্রীপতি হৰি মুকুন্দ মুৰাৰি।
অনন্ত অচ্যুত বিভু প্রভু নিৰ্ব্বিকাৰী ॥
দৈত্যাৰি কংসাৰী গোপনাৰী প্ৰিয়কাৰী।
ভক্ত দুখহাৰী গোবৰ্দ্ধন গিৰিধাৰী ॥ ২১৭ ॥
শঙ্খচক্রগদাধাৰী পাৰিজাত হাৰী।
অঘাৰি বকাৰি ভকতৰ প্ৰিয়কাৰী ॥
দীনজন দুখহাৰী পতিত নিস্তাৰি।
হিৰণ্যবিদাৰী নাড়ি-ধাৰী (?) ভয়ঙ্কৰী ॥ ২১৮ ॥

বেণুধাৰী হলধাৰী পৰশুবিহাৰী।
ধনুধাৰী সৃষ্টিকাৰী জগতসংহাৰী॥
বৃন্দাবনবিহাৰী কালীৰ দৰ্পহাৰী।
ৰামাধৰধাৰী নিজ মহিমা বিস্তাৰি॥ ২১৯॥
বিধি মোহকাৰী শৌৰী কুবলয়মাৰী।
মল্লদৰ্পহাৰী বহুবিধ লীলাকাৰী॥
বিষ্ণু বিশ্বসেন দামোদৰ জনাৰ্দ্দন।
বাসুদেৱ কেশৱ বৈকুণ্ঠ নাৰায়ণ॥ ২২০॥
হৃষীকেশ মাধৱ গোবিন্দ পীতাম্বৰ।
দৈৱকী নন্দন ত্ৰিবিক্ৰম পদ্মধৰ॥
ইত্যাদি সহস্ৰনাম কহিলা শঙ্কৰে।
সবে নিলিখিলোঁ পদ বাহুল্যক ডৰে॥ * ২২১॥
শঙ্কৰ বদতি শুনিলাহা মুনিবৰ।
অদ্ভুত সহস্ৰ নাম কহিলোঁ কৃষ্ণৰ॥
সৰ্ব্বপাপ বিমোচন দুঃখ বিনাশন।
মনশুদ্ধ কাৰণ বিঘিনি নিবাৰণ॥ ২২২॥
ভকতি বৰ্দ্ধন চতুৰ্ব্বৰ্গৰ সাধন।
শ্ৰীসম্পাদন সৰ্ব্ব বাঞ্ছিত পূৰণ॥
শ্ৰদ্ধাভক্তি ভাৱে যিটো পঢ়য় শুনয়।
সমস্তে বাঞ্ছিত সিটো অৱশ্যে পাৱয়॥ ২২৩॥

---

* মূল সংস্কৃত পুথিত পূৰা কৰি এক হাজাৰ নাম লিখা আছে।

ব্ৰাহ্মণে পঢ়িয়া আতি পণ্ডিত হোৱয়।
ক্ষত্ৰিয়ে পঢ়িয়া সবে পৃথিবী লভয় ॥
বৈশ্যে পঢ়ি অনায়াসে ধনিক হোৱয়।
শূদ্ৰ সবে পঢ়ি সিদ্ধি উত্তম পাৱয় ॥ ২২৪ ॥
যদি অজ্ঞানত প্ৰমাদত কোনো নৰে।
দ্বি অধিক ত্ৰিশ * অপৰাধক আচৰে ॥
তথাপি তাহাৰ অপৰাধ সবে হৰে।
আকে শুদ্ধভাৱে পঢ়ি মুক্ত হবে নৰে ॥ ২২৫ ॥
শুনে যিবা স্মৰে যিবা শুনাৱে যিজনে।
নামৰ প্ৰসাদে মুক্ত হবে তেতিক্ষণে ॥
আতপৰে পুণ্য নাহি ইতিনি লোকত।
যাৰ এক কীৰ্ত্তনতে হোৱয় মুকুত ॥ ২২৬ ॥
এতেকে শ্ৰদ্ধায়ে তুমি কৰিয়ো কীৰ্ত্তন।
সহস্ৰেক নাম কৃষ্ণ প্ৰীতিৰ কাৰণ ॥
নাৰদ বদতি ধন্য ধন্য ভৈলোঁ আমি।
যাতো মোক অনুগ্ৰহ কৰিলাহা তুমি ॥ ২২৭ ॥
তোমাৰ কৃপাৰ গুণ বৰ্ণাইতে নপাৰি।
কৃষ্ণৰ সহস্ৰ নাম কহিলা প্ৰচাৰি ॥
আৰু আছে এক মোৰ মনৰ আশঙ্কা।
তাৰ পৰিচ্ছেদ মোক দিয়োক প্ৰত্যেক ॥ ২২৮ ॥

---

* বত্ৰিশ অপৰাধৰ কথা—২৬৪ পদৰপৰা চাওক।

যদি মই আলাসত কোনো প্ৰমাদত।
সবে নাম পঢ়িবাক নুহিকো শকত॥
তেবে কি কৰিবোঁ দিয়ো উপদেশ।
সুগম প্ৰকাৰে মোক কহিয়ো বিশেষ॥ ২২৯॥
নিগদতি শিৱ সাধু সাধু তুমি মুনি।
পৰম সন্তোষ ভৈলোঁ তযু কথা শুনি॥
যদি সব নাম নিতে নোৱাৰা পঢ়িত।
তেবে কৃষ্ণ কৃষ্ণ নাম সুমৰিত নিত॥ ২৩০॥
এহি মতে হৈবে তযু সকল সম্পন্ন।
পৰম আনন্দ দিব্য চিত্তৰ প্ৰসন্ন॥
কি কহিবোঁ যিটো পূৰ্ণ নাম সহস্ৰেক।
কীৰ্ত্তন কৰিলে শুদ্ধ হইবেক প্ৰত্যেক॥ ২৩১॥
যাৰ নাম কীৰ্ত্তন মাত্ৰকে প্ৰাণীচয়।
সংসাৰ সাগৰে ঘোৰ অযত্নে তৰয়॥
হেন কৃষ্ণ চৰণত পশিলোঁ শৰণ।
গোপাল স্বৰূপ যিটো জগত কাৰণ॥ ২৩২॥

সাত্বত তন্ত্ৰৰ ষষ্ঠ পটল সম্প্ৰতি।
শুনা সভাসদ এহিমানে সমাপতি॥

---

# সপ্তম পটল

শিৱ নিগদতি মুনি শুনা সাৱধানে ।
নামৰ মহিমা মই কহোঁ বিদ্যমানে ॥ ২৩৩ ॥
কৃষ্ণ পাদ পঙ্কজত কৰিয়া আশ্রয় ।
যিটো নিতে সহস্রেক নামক শুনয় ॥
মহা শ্রদ্ধাভাৱে যিবা কীৰ্ত্তন কৰয় ।
পৰম আদৰে যিটো তাহাক স্মৰয় ॥ ২৩৪ ॥
যদিবা শতেক গাৱে নুহিৱা বিংশতি ।
দশ বা পঞ্চ বা এক যিমান শকতি ॥
নিষ্কাম ভকতি ভাৱে যি কৰে কীৰ্ত্তন ।
তাহাৰ ফলৰ অন্ত নেদেখোঁ শোভন ॥ ২৩৫ ॥
যাতো সেহিজনে বশ্য কৰিলে হৰিক ।
হৰিয়ো তাহান্ত বিনে নেদেখে অধিক ॥
যিহেতু নামেসে তীৰ্থক্ষেত্ৰ পুণ্যতপ ।
নামেসে পৰম দেৱ নামে মূল জপ ॥ ২৩৬ ॥
নামেসে পৰম ক্ৰিয়া নামে মুখ্য দান ।
নামেসে পৰম ধৰ্ম্ম নামে মুখ্য কাম ॥
ভকতৰ মুখ্য চাৰি পুৰুষাৰ্থ নাম ।
সকামীৰ কাম সাধে ইসে অনুপাম ॥ ২৩৭ ॥
নামেসে পৰম ভক্তি নামে মুখ্যগতি ।
নামেসে পৰম প্ৰাপ্য মঙ্গল সম্প্ৰতি ॥

নিষ্কাম ভক্তৰ জানা নামে মুখ্যধন।
ভক্তি মুক্তি সাধে নামে বৈৰাগ্য কাৰণ ॥ ২৩৮ ॥
চিত্তশুদ্ধি কৰে নামে জ্ঞান দেই নাম।
মুমুক্ষক মোক্ষ দেই সকামীক কাম ॥
বৈষ্ণৱ জনৰ জানা ফলৰূপ নাম।
এতেকে সে স্মৰা তুমি নাম অবিশ্ৰাম ॥ ২৩৯ ॥
পুত্ৰত সঙ্কেত মুহি পৰিহাস কৰি।
হেলাত জ্বৰৰ তাপে যদি বোলে হৰি ॥
পৰন্তে দুখত যদি লৱে হৰিনাম।
সমস্তে পাতক তভু হৰে অবিশ্ৰাম ॥ ২৪০ ॥
যতেক পাতক নামে সংহৰিতে পাৰে।
ততেক পাতকী পাপ কৰিতে নাপাৰে ॥
জ্ঞানে বা অজ্ঞানে নাম কৰিলে কীৰ্ত্তন।
তেতিক্ষণে পাপৰাশি দহি কৰে ছন্ন ॥ ২৪১ ॥
যেহেন তুলাক অগনিয়ে ভস্ম কৰে।
নামৰ মহিমা আৰ শুনা আত পৰে ॥
নাম সূৰ্য্য উদয়ত পাপ অন্ধকাৰ।
কৈক পলাই যাইবোঁ বুলি নপাৰে নিস্তাৰ ॥ ২৪২ ॥
অভক্তৰ মুখ গহ্বৰৰ কুকথাত।
লুকায়া থাকয় নাম নাহিকে যাহাত ॥
শ্ৰদ্ধায়ে যিজন নাম কৰয় কীৰ্ত্তন।
তাৰ সাত গোটা কাৰ্য্য হোৱে উতপন ॥ ২৪৩ ॥

পাপ নাশে পুণ্য দেই বৈৰাগ্য জন্ময় ৷
গুৰুসেৱা আত্মবোধ ভ্ৰান্তি নাশ হয় ॥
সম্পূৰ্ণ আনন্দবোধ তাস্ত থিতি কৰে ।
কি কহিবোঁ নামৰ মহিমা নিৰস্তৰে ॥ ২৪৪ ॥
নাৰদ বদতি প্ৰভু দেৱ পশুপতি ।
আৰ এক কথা মোত কহিয়ো সম্প্ৰতি ॥
চাৰিবিধ বৈৰাগ্যক পূৰ্ব্বত কহিছা ।
ইদানীক তাক জানিবাক কৰোঁ ইচ্ছা ॥ ২৪৫ ॥
মৃত্যুঞ্জয় বদতি শুনিয়ো মুনিবৰ ।
প্ৰশংসা ৰহিত ভোগ কৰে যিটো নৰ ॥
আকে বুলি অমান বৈৰাগ্য প্ৰথম ।
দ্বিতীয়ৰ আবে মই কহিবোঁ লক্ষণ ॥ ২৪৬ ॥
ভোগ্য বস্তু সব যদি স্বাদহীন হয় ।
মনত সন্তোষে তভো জীবিকা কল্পয় ॥
আকে বুলি ব্যতিৰেক বৈৰাগ্য শোভন ।
তৃতীয় বৈৰাগ্য আবে শুনা কৰি মন ॥ ২৪৭ ॥
মনে বিষয়ত কিছু প্ৰীতি নকৰয়।
বাহ্য ইন্দ্ৰিয়ৰ মাত্ৰ বিষয় সেৱয় ॥
ঐকান্তিক বৈৰাগ্য ইহাকে বুলি মানা ।
চতুৰ্থ বৈৰাগ্য আবে কহোঁ তাক শুনা ॥ ২৪৮ ॥
মন ইন্দ্ৰিয়ৰ ৰাগ নাহিকে কিঞ্চিত ।
আভাসে বিষয় ভোগ কৰে কদাচিত ॥

বশীকৃত বৈৰাগ্য চতুৰ্থ এহি কয়।
নাম পৰায়ণৰ চাৰিয়ো শীঘ্ৰে হয় ॥ ২৪৯ ॥
পৰম বিশুদ্ধ জ্ঞান মিলয় তাহাৰ।
নাম পৰায়ণৰ কি কৈবোঁ গুণ আৰ ॥
তীৰ্থ জপ দান তপ হোম জ্ঞান ব্ৰত।
যোগ আদি বিবিধ সাধন আছে যত ॥ ২৫০ ॥
সবে আচৰিও নযাই বিষ্ণুৰ পদক।
নামৰ কীৰ্ত্তন মাত্ৰে চলে বৈকুণ্ঠক ॥
মহা পাতকীও যদি কীৰ্ত্তন কৰয়।
বোলোঁ সত্যে সত্যে তৰৈ নাহিকে সংশয় ॥ ২৫১ ॥
কলিকাল মল আৰু যতেক আছয়।
সবে তেজি নাম লৈয়া বৈকুণ্ঠে চলয় ॥
এতেকেসে এক নামে তৰয় সংসাৰ।
অনুমাত্ৰো সংশয় নকৰা তুমি আৰ ॥ ২৫২ ॥
কিন্তু যদি নাম অপৰাধক নাচৰে।
তেবে সত্যে কৈলোঁ এক নামেতে নিস্তৰে ॥
যিটোজনে কুশলক বাঞ্ছে আপোনাৰ।
দশ অপৰাধ যত্নে এৰিব নামৰ ॥ ২৫৩ ॥
হেন শুনি নাৰদে পুছন্ত ৰঙ্গ মন।
বোলন্ত শুনিয়ো দেৱ-দেৱ ত্ৰিনয়ন ॥
শুনিলোঁহোঁ ইটো কথা তোমাৰ মুখত।
বত্ৰিশ যে অপৰাধ হৰি পূজনত ॥ ২৫৪ ॥

আৰ দশ অপৰাধ হৰিৰ নামৰ ।
বিভাগি প্ৰপঞ্চি মোত কহিয়ো শঙ্কৰ ॥
শুনা সভাসদ কৃষ্ণ কথা মনোহৰ ।
পৰম কৰ্ত্তব্য আৰ নাহি আত পৰ ॥ ২৫৫ ॥
দুৰ্লভ ভাগ্যক পাই অভাগ্য নকৰা ।
ভাগ্য অভাগ্যক কহোঁ যেবে মনে ধৰা ॥
এক ভাগ্য কলিযুগ পৰম শোভন ।
যাত পূৰ্ণ ব্ৰহ্ম অৱতাৰ নাৰায়ণ ॥ ২৫৬ ॥
ইযুগত কৃষ্ণভক্ত অনেক আছয় ।
সত্যাদি যুগৰ লোকে ইহাক বাঞ্ছয় ॥
আৰু ভাগ্য পাইলা ইটো ভাৰত বৰিষ ।
যাত জন্ম লভিবাক দেৱৰ হৰিষ ॥ ২৫৭ ॥
দেৱে বোলে আছে যেবে পুণ্য অৱশেষে ।
সৃষ্টি মধ্যে জন্ম হোক ভাৰত বৰিষে ॥
যাহাত ভজিল মাত্রে প্ৰভু নাৰায়ণ ।
ইটো মোৰ বুলিয়া ধৰন্ত তেতিক্ষণ ॥ ২৫৮ ॥
আৰু ভাগ্য তাতে নৰ তনু আছা পাই ।
ব্ৰহ্মাণ্ড ভিতৰে যাৰ সম দেহ নাই ॥
মহা গুণৱন্ত জানি ব্ৰহ্মায়ো মাগয় ।
ধৰ্ম্ম-তত্ব জ্ঞানাদিও সমস্তে হোৱয় ॥ ২৫৯ ॥
অসংখ্যাত গুণ নৰদেহত আছয় ।
একখানি দোষে অল্পকালে নষ্ট হয় ॥

আৰু মহা ভাগ্য পায়া আছা হৰিনাম ।
সমস্তে ধৰ্ম্মৰ যিটো আশ্ৰয় পৰম ॥ ২৬০ ॥
লোক উদ্ধাৰিতে নাম উকীল থৈলন্ত ।
তেবেসে বান্ধৱ কৃষ্ণ বৈকুণ্ঠে গৈলন্ত ॥
এতেক ভাগ্যক পাই নকৰা বিফল ।
সদায়ে শুনিয়ো গায়ো নাম সুমঙ্গল ॥ ২৬১ ॥
যদি বোলা তই কেনে কহ উপদেশ ।
কিবা অধিকাৰী কিবা যোগ্যতা বিশেষ ॥
কৃতাঞ্জলি বোলোঁ শুনা মোৰ অভিপ্ৰাই ।
উপদেশ দিবাক মোহোৰ শক্য নাই ॥ ২৬২ ॥
কিন্তু উপদেশ ছলে মহন্ত সবত ।
প্ৰাৰ্থনাসে কৰোঁ দোষ নাহিকে ইহাত ॥
নমো নমো কৃষ্ণ ইষ্টদেৱ হৃদীশ্বৰ ।
মোক অনুগ্ৰহ কৰা প্ৰভু দামোদৰ ॥ ২৬৩ ॥
মোৰ মুখে নছাৰোক ৰামকৃষ্ণ নাম ।
সামাজিক লোকে ডাকি বোলা ৰাম ৰাম ॥

---

## ছুলড়ি ।

শিৱ নিগদতি শুনিয়ো নাৰদ
কহোঁ অপৰাধ কথা ।
আপোন কুশল যিজনে চাহাৱে
তেজিবে লাগে সৰ্ব্বথা ॥ ২৬৪ ॥
স্নান নকৰিয়া বিষ্ণুক চোৱয়
বিনা গন্ধে ধুৱাৱয় ।
অশৌচ সময়ে বিষ্ণুক চোৱয়
খায়া পাদোদক লয় ॥
শবদ নকৰি যদি পূজা কৰে
ঘণ্টাক ভূমিত থয় ।
উচ্চাসনে বসি পূজে শীতকালে
ব্যজন লৈয়া বিছয় ॥ ২৬৫ ॥
ৰজস্বলা দেখি যদি পূজা কৰে
নৈবেদ্য বিনে পূজয় ।
পৌষ মাসে যদি চন্দন দিৱয়
গ্ৰীষ্মত যদি নেদয় ॥
তিতা পুষ্পে পূজে হোম মহোৎসৱ
পাৰিয়ো যদি নকৰে ।
পূজা কৰি যদি পিঠি দেখাৱয়
পূজিয়া আগত ফুৰে ॥ ২৬৬ ॥

হৰি বাসৰত ভোজন কৰয়
অভোজনে দুখ মানে।
হৰিৰ গৃহত পাদুকে চৰয়
যদি মহা অভিমানে॥
হৰি মন্দিৰত দলিচা কম্বল
পাৰিয়া যদি বসয়।
বিষ্ণুৰ গৃহত বামপাৰে চৰে
আৰৰ ক্ৰীড়া কৰয়॥ ২৬৭॥
মাধৱৰ গৃহে শ্লেষ্ম পেলাৱয়
দান্ত ধোৱে তাৰ তৃণে।
দেৱৰ আগত দোলা-ঘোৰা আদি
বাহনে চৰে যতনে॥
হৰি নৈবেদ্যক বোলে চাউল কল
সন্দেশাদি দ্রব্যচয়।
শালগ্ৰামাদিক দ্বিবিধ লিঙ্গক
প্ৰতিমা শিলা বোলয়॥ ২৬৮॥
হৰিৰ যশস্যা শুনিয়া যদ্যপি
মনে শ্লাঘা নকৰয়।
বৈষ্ণৱকো আনো মনুষ্য বোলয়
সামান্য যিটো দেখয়॥
অন্যদেৱ সমে বিষ্ণুক যদ্যপি
সমান বুলি মানয়।

আনক উদ্দেশি দ্ৰব্যাসব যদি
গোবিন্দত নিবেদয় ॥ ২৬৯ ॥
এই দ্বাত্ৰিংশত অপৰাধ কৰি
নৰকক যাই নৰ ।
বিষ্ণুৰ নামৰ দশ অপৰাধ
শুনিয়োক আতপৰ ॥
মহন্তক নিন্দা যিজনে কৰয়
নাম অপৰাধী হয় ।
হৰি শঙ্কৰৰ গুণ নাম মাত্ৰ
যিজনে ভেদ কৰয় ॥ ২৭০ ॥
উপদেশ দাতা গুৰুক অৱজ্ঞা
কৰয় যিটো পামৰে ।
বেদ শাস্ত্ৰ নিন্দে হৰিৰ নামত
অৰ্থ বাদ কৰি মৰে ॥
নামৰ সাহসে পাপ ইচ্ছা কৰে
তাহাৰ কুশল নাই ।
আন ধৰ্ম্ম সমে নামক সমান
বুলি অধোগতি যাই ॥ ২৭১ ॥
যিটো অশ্ৰদ্ধালু বিমুখে নুশুনে
তাকো যদি নাম দেই ।
নামৰ মহিমা শুনিও যদ্যপি
মনে শ্ৰদ্ধা নকৰয় ॥

নামৰ কীৰ্ত্তন কৰিও যদ্যপি
মহা অহম্মম কৰে।
বোলে মই মাত্র নামগ্রাহী ভক্ত
কোন আছে মোত পৰে ॥ ২৭২ ॥
এদি দশবিধ নাম অপৰাধ
কহিলোঁ মই তোমাত।
আক এৰি নাম লৈলে ভক্ত হুই
নেৰিলে নৰকে পাত ॥
হেন শুনি গুণি নাৰদে পুছন্ত
শুনা দেৱ মহেশ্বৰ।
বিষয় আসক্ত চিত্ত অল্পমতি
প্রাকৃত্য যি সব নৰ ॥ ২৭৩ ॥
ইটো অপৰাধ অজ্ঞানী মনুষ্যে
এৰাইবাক নপাৰয়।
এতেকে ইহাৰ উপায় কহিয়ো
তুমি দেৱ কৃপাময় ॥
সবে অপৰাধ প্রাকৃত্য সকলে
যেন মতে নিস্তৰয়।
আৰ প্রায়শ্চিত্ত সুগম প্রকাৰে
কহিয়ো কৰি নিৰ্ণয় ॥ ২৭৪ ॥
শঙ্কৰ বদতি শুনা মুনিবৰ
প্রশ্নৰ কহোঁ উত্তৰ।

দ্বাত্ৰিংশত অপ-                    ৰাধৰ প্ৰথমে
প্ৰায়শ্চিত্ত শ্ৰেষ্ঠতৰ ॥
একশতবাৰ                    প্ৰদক্ষিণ কৰি
দণ্ডৱতে প্ৰণামিব ।
তেৱে একশত                    অপৰাধ তাৰ
কেশৱে ক্ষমা কৰিব ॥ ২৭৫ ॥
একবাৰ প্ৰদ-                    ক্ষিণ কৰি যদি
জান্নুশিৰে ননময় ।
তাৰ প্ৰদক্ষিণ                    জানা মুনিবৰ
নিষ্ফল তেবে হোৱয় ॥
এতেকে প্ৰত্যেক                    প্ৰদক্ষিণ কৰি
কৰিবেক নমস্কাৰ ।
আৰু এক প্ৰায়-                    শ্চিত্ত মুনিবৰ
শুনিয়ো কৰোঁ প্ৰচাৰ ॥ ২৭৬ ॥
জগন্নাথ জগ-                    ন্নাথ বুলি যিটো
সদায়ে ডাক দিয়য় ।
তাহাৰ শতেক                    অপৰাধ প্ৰভু
ক্ষেমন্ত নাহি সংশয় ॥
নাম অপৰাধ                    তৰয় জানিবা
নামৰ সদা কীৰ্ত্তনে ।
এতেকেসে তুমি                    কীৰ্ত্তন কৰিয়ো
সদায়ে কৰি যতনে ॥ ২৭৭ ॥

৫

ইসব উপায়ে অপৰাধ চয়
জানিবাহা নিস্তৰয়।
কিন্তু ভকতৰ অপৰাধ বিনে
কহিলোঁ মই নিশ্চয়॥
সৰ্ব্ব অপৰাধ তৰয় কৃষ্ণৰ
চৰণে কৰি আশ্ৰয়।
বিষ্ণুৰ সকলে তবে অপৰাধ
সদায়ে যি নাম লয়॥ ২৭৮॥
কিন্তু বিষ্ণুভক্ত তাৰ অপৰাধ
যিটো জনে আচৰয়।
নাই নাই নাই তাৰ প্ৰায়শ্চিত্ত
কহিলোঁ মই নিশ্চয়॥
নাৰদ বদতি শুনা পশুপতি
কিনো ভৈল বিপৰীত।
সকলে সঙ্কট গুচিল দুৰ্ঘট
তোমাৰ বাক্য অমৃত॥ ২৭৯॥
আবেসে জানিলোঁ দুখীয়া জীৱৰ
সংসাৰ তৰণ নাই।
তথাপিতো পুছোঁ আছে যদি কিছু
কহিও প্ৰভু উপায়॥
ভকতৰ কোন কোন অপৰাধ
কেনমত প্ৰতিক্ৰিয়া।

লোককো আমাকো কৃপাক কৰিয়া
আৰ পৰিচ্ছেদ দিয়া ॥ ২৮০ ॥
শুনা সৰ্ব্বলোক আবে কেন হোক
বাজিল মহাসঙ্কট।
যতেক অপায় সকল গুচিল
কেৱলে নাম প্ৰকট ॥
আৰু ভকতৰ সঙ্গ এই দুই
ভাৰসা মাত্ৰ আমাৰ।
আতো ভৈল বাধ নাম অপৰাধ
আৰ ভক্ত অপকাৰ ॥ ২৮১ ॥
যেন মতে দুইৰো অপৰাধ এৰি
কৰিবো হৰি ভকতি।
ইহাকেসে লাগি যত্ন কৰিয়োক
শাস্ত্ৰৰ হেন যুগুতি ॥*
হে কৃষ্ণ দেৱ তযু পাৱে সেৱ
কৰিয়া কাতৰ কৰোঁ।
তোমাৰ চৰণ কমল বিমুখ
হুয়া সংসাৰত মৰোঁ ॥ ২৮২ ॥

পাঠান্তৰ—ইহাক জানিয়া, সন্তক মানিয়া, মুখত নেৰিবা নাম।
ভাগৱত মিশ্ৰে, কহে যত্ন কৰি, ডাকি বোলা ৰাম ৰাম॥

তযু কৃপাগুণে লোক নাৰায়ণ
চৰণে চপাই ধৰা।
যিমত লাগয় ভকতিৰ শিক্ষা
আপুনি দিয়া নিস্তাৰা॥
মোৰ মন ইন্দ্ৰি বুদ্ধি আদি কৰি
সকলে মহা অনিষ্ট।
ইহাৰ সঙ্গত মহা দুখ পাওঁ
আক জানা তুমি নিষ্ট॥ ২৮৩॥
তযু ভক্ত সঙ্গ মোৰ নুগুচোক
মুখে নছাড়োক নাম।
সামাজিক লোক বোলা এহি হোক
ডাকি বোলা ৰাম ৰাম॥

---

## পাদ।

* শঙ্কৰ বদতি কহোঁ শুনা মুনিবৰ।
মুখ্য তিনিবিধ অপৰাধ ভকতৰ॥ ২৮৪॥
একবিধ ভকতৰ সৰ্ব্বস্ব হৰণ।
উত্তম ভক্তক যিটো কৰয় ভৎ´সন॥

* পাঠান্তৰ—শিৱ নিগদতি মুনি শুনিয়ো সাদৰে।
মুখ্য তিনবিধ অপৰাধ ভকতৰে॥

সামান্য ভক্তৰ গাৱে কৰয় প্ৰহাৰ।
শুনিয়ো সবাৰে প্ৰায়শ্চিত্ত প্ৰতিকাৰ ॥ ২৮৫ ॥
জ্ঞানে বা অজ্ঞানে * যদি ভকতৰ ধন।
নেই পাছে কৰে যদি কুশলক মন ॥
দুই গুণ কৰি আনি সবে ধন দিব।
চৰণত ধৰি আতি বিনতি কৰিব ॥ ২৮৬ ॥
বুলিবেক তযু ধন নিলোঁ মই পাপ।
অপৰাধ ক্ষমা কৰি ৰাখা মোক বাপ ॥
যিবা যতকাল ভকতক গালি পাৰে।
ততকাল মানে সিটো হুয়া নিৰ্ম্মৎসৰে ॥ ২৮৭ ॥
পৰিচৰ্য্যা কৰিয়া থাকিব সমুদাই।
তাহান সন্তোষ ভৈলে পাতক এৰাই ॥
ভক্তৰ গাৱত যদি প্ৰহাৰ কৰয়।
যাৱে জীয়ে মানে সেৱা কৰিব নিশ্চয় ॥ ২৮৮ ॥
ভকতৰ প্ৰসাদেসে পাপ দূৰ হয়।
অন্যথা প্ৰকাৰে পাপ জানা নুগুচয় ॥
প্ৰায়শ্চিত্ত নকৰিয়া থাকে যিটো জন।
কদাচিতো নাহি নৰকৰ নিবৰ্ত্তন ॥ ২৮৯ ॥
অজ্ঞানতো অপৰাধ কৰে যিটো জন।
ভকত প্ৰসন্ন ভৈলে হোৱে নিবৰ্ত্তন ॥

---

* পাঠান্তৰ—'অজ্ঞান প্ৰমাদে'

জ্ঞানত দুগুণ কৰিবেক প্ৰায়শ্চিত্ত।
ইসে ধৰ্ম্ম সনাতন কহিলোঁ নিশ্চিত ॥ ২৯০ ॥
পুত্ৰ শিষ্য ভাৰ্য্যাক দণ্ডিলে মুনিবৰ।
নাহি কিছু দোষণ কহিলোঁ নিৰন্তৰ ॥
কিন্তু তাসম্বাক নকৰিব হেন মত।
কেশ আজোৰন লাথি চৰ্‌ৰ মুখত ॥ ২৯১ ॥
ই তিনি কৰিলে নেদেখোঁহোঁ প্ৰায়শ্চিত্ত।
এতেকে যতনে আক এৰিবে নিশ্চিত ॥

এহি বুলি কহিলন্ত দায়ালু শঙ্কৰ।
সপ্তম পটল সাঙ্গ সাত্বত তন্ত্ৰৰ ॥ ২৯২ ॥

---

# অষ্টম পটল

আত অনন্তৰে শুনা সভাসদ নৰ ।
পৰম ৰহস্য কস্ত দেৱ মহেশ্বৰ ॥
শঙ্কৰ বদতি মুনি শুনিলা সাক্ষাত ।
অনেক প্ৰশ্নৰ কথা কহিলোঁ তোমাত ॥ ২৯৩ ॥
এবে তাৎপৰ্য্য কৰি ৰহস্য পৰম ।
কহোঁ তাক কিছু তুমি শুনা মহোত্তম ॥
যাহাক শ্ৰদ্ধায়ে আচৰিলে পুৰুষত ।
অৱশ্যে হৈবেক দৃঢ় ভক্তি গোবিন্দত ॥ ২৯৪ ॥
দেৱতীৰ্থ ধৰ্ম্মত বিশ্বাস যতমানে ।
সবাকে এৰিয়া আসি পৰম যতনে ॥
একান্ত ভক্তৰ সঙ্গে কৰি ৰঙ্গ মন ।
কৃষ্ণ পাদপঙ্কজত পশিব শৰণ ॥ ২৯৫ ॥
বুলিবেক হে কৃষ্ণ প্ৰভু জগন্নাথ ।
তুমিসি শৰণ্য মোৰ অনাথৰ নাথ ॥
শৰণ পশিলোঁ মই তোমাৰ পাৱত ।
মোহোৰ শৰণ নিজ গুৰু চৰণত ॥ ২৯৬ ॥
সাৱধান হুয়া হেন কৰিয়া নিশ্চয় ।
ভজিলে ভকতি তেবে দিবা কৃপাময় ॥
কিন্তু বলিদানাদি কৰিয়া কদাচিত ।
অন্য দেৱ সুপূজিব কহিলোঁ নিশ্চিত ॥ ২৯৭ ॥

কেৱলে কৃষ্ণক মাত্র ভজিব সৰ্ব্বথা ।
ভক্তে কৰ্ম্ম কৰিবাৰ শুনিয়ো ব্যৱস্থা ॥
গৃহাশ্ৰমী ভকতৰ শুনা যেন নয় ।
কাম্য কৰ্ম্ম বিধিক যে তেজিব নিশ্চয় ॥ ২৯৮ ॥
নিত্য নৈমিত্তিক আৱশ্যক বুলি যাক ।
বুদ্ধিত বিষ্ণুক স্মৰি কৰিবেক তাক ॥
যদি বোলা নিত্য কৰ্ম্মাদিত বিধিগণ ।
অন্য দেৱ পূজা কিছু কৰে নিৰূপণ ॥ ২৯৯ ॥
শুনিয়ো উত্তৰ কৃষ্ণ পূজা কৰি পাছে ।
হৃদয়ে কৃষ্ণক ধৰি পূজিবাক আছে ॥
আন বেলা দেৱৰ যে পৃথকে পূজন ।
কদাচিতো মনে নকৰিব সুমৰণ ॥ ৩০০ ॥
কিন্তু ভাৰ্য্যা পুত্ৰ মিত্ৰ আনো বন্ধুগণ ।
তেজি কৃষ্ণপদে যিটো পশয় শৰণ ॥
কৃষ্ণৰ কথাত মাত্ৰ সৰ্ব্বদাই ৰতি ।
তাৰ কিছু কৰ্ম্ম নাহি কহিলোঁ সম্প্ৰতি ॥ ৩০১ ॥
অন্য দেৱ পূজা কিন্তু নিষেধ সবাৰ ।
শুনিয়োক কহোঁ আবে যেন ফল তাৰ ॥
বলি দিয়া সকামে যে আন দেৱ পূজে ।
ভক্তি ভ্ৰষ্ট হুয়া দুনাই সংসাৰত মজে ॥ ৩০২ ॥
যিটো মহা কামচিত্ত নিৰ্দ্দয় অশিষ্ট ।
পশু সব মাৰি চাৰে আপোনাৰ ইষ্ট ॥

যতেক পশুৰ লোম ততেক বৎসৰ ।
অৱশ্যে নৰকে পচিবেক দুৰাচাৰ। ৩০৩ ॥
যিবা কিছু শুনি আছোঁ বেদৰ বচন ।
যজ্ঞত পশুৰ বধে নাহিক দোষণ ॥
সিয়ো বাক্য ৰাগী পুৰুষক লাগি কয় ।
নিবৃত্তি সে তাৎপৰ্য্য বেদৰ নিৰ্ণয় ॥ ৩০৪ ॥
যিটো দুষ্টে পশু মাৰি পূজে দেৱগণ ।
সিয়ো যে স্বৰ্গক যাইবে নৰ্কে যাইবে কোন ॥
মাংসৰ নিৰ্ণয় আবে কহিলোঁ সাম্প্ৰত ।
মই যাক খাওঁ মোক খাইবেক পাচত ॥ ৩০৫ ॥
পৰম নৈষ্ঠিক যিটো বিষ্ণুভক্ত হয় ।
পশু মাৰি যদি অন্য দেৱক পূজয় ॥
নষ্ট ভ্ৰষ্ট হোৱে সিটো কহিলোঁ নিশ্চিত ।
অপৰ্য্যন্ত দুখ ভুঞ্জি ফুৰে নিত নিত। ৩০৬ ॥
মনুষ্য শৰীৰ পায়া হৰি নভজয় ।
স্থাৱৰ সকলে তাক শোকক কৰয় ॥
মই ব্ৰহ্মা ইন্দ্ৰ মুনি আনো যত যত ।
ৰাত্ৰি দিনে ভজোঁ মাত্ৰ যাৰ চৰণত ॥ ৩০৭ ॥
হেনয় কৃষ্ণতোধিক আছে কোন দেৱ ।
কোননো অধম নৰে নকৰিব সেৱ ॥
যাৰ প্ৰসাদক বাঞ্ছে লোকপাল চয় ।
হেন লক্ষ্মী যাৰ পদে সতত সেৱয় ॥ ৩০৮ ॥

যাৰ এক নাম লৈয়া মহাপাপী চয়।
সংসাৰ তৰিয়া পৰম্পদক পাৱয় ॥
ধৰ্ম্ম অৰ্থ কাম মোক্ষ চাৰি পদাৰ্থৰ।
প্ৰাপ্তিৰ কাৰণ যাৰ সেৱা মনোহৰ ॥ ৩০৯ ॥
হেন কৃপাসিন্ধু কৃষ্ণ বিনে কোন আন।
অধিক দেৱতা আছে কহিলোঁ প্ৰমাণ ॥
অলপ ভজনক যিটো প্ৰভু নাৰায়ণ।
বিস্তৰ কৰিয়া মানি হোন্ত সুপ্ৰসন্ন ॥ ৩১০ ॥
যেন তেন মতে যাক ভজিল মাত্ৰতে।
বাঞ্ছিত মোক্ষক লভিবেক অব্যাহতে ॥
দৈৱকী দেৱীৰ পুত্ৰ বিনে কোন আন।
অধিক দেৱতা আছে দেখা বিদ্যমান ॥ ৩১১ ॥
জগত তাৰিতে লাগি যিটো অৱতৰি।
নিজ যশৰাশি থৈলা জগতকে ভৰি ॥
এতেকেসে অন্য পূজা আদি যত যত।
ঋষিৰ বিধান সবে এৰিয়া সমস্ত ॥ ৩১২ ॥
সন্ত গুৰু উপদেশ ধৰিয়া মনত।
কেৱলে ভজিবে কৃষ্ণ চৰণ পদ্মত ॥
পৰম মঙ্গল যশ কৰিব শ্ৰৱণ।
মুখে কৃষ্ণ নাম গুণ কৰিব কীৰ্ত্তন ॥ ৩১৩ ॥
মনে তাক স্মৰিবেক কৰিয়া সাদৰ।
বৈষ্ণৱত প্ৰীতি কৰিবেক নিৰন্তৰ ॥

এৰিবে গ্ৰাম্যত ৰতি ; দৈবে যিবা মিলে।
ঈশ্বৰৰ ইচ্ছা মানি ভুঞ্জিবে সকলে॥ ৩১৪ ॥
আতি যত্ন নকৰিব সুখৰ কাৰণে।
তাতে তুষ্ট হুইব যিবা দেন্ত নাৰায়ণে॥
যদি গৃহে ভকতিক বাধা নকৰয়।
অতিথি স্বৰূপে তাত থাকিব নিশ্চয়॥ ৩১৫ ॥
যিটো গৃহে ভক্তি বাধা কৰে অতিশয়।
পৃথকে থাকিয়া কৃষ্ণ সেৱিব সদায়॥
বৈষ্ণৱৰ সঙ্গে কৰিবেক ৰঙ্গ মন।
তেবেসে কৃষ্ণৰ ভক্তি হৈবেক বৰ্দ্ধন॥ ৩১৬ ॥
ব্ৰহ্মচাৰী গৃহী বানপ্ৰস্থী সন্ন্যাসৰ।
সাধু সঙ্গ বিনে শুদ্ধি নাহি নিৰন্তৰ॥
ভক্ত সঙ্গ বিনে ভক্তি নাহি কদাচিত।
ভক্তি বিনে জ্ঞান বৈৰাগ্যৰ নাহি স্থিত॥ ৩১৭ ॥
এতেকে আশ্ৰম-লিঙ্গ এৰি ভক্ত জনে।
ভক্তজন সঙ্গে থাকিবেক ৰঙ্গ মনে॥
স্বৰ্গ ব্ৰহ্মপদ মোক্ষ সুখ আদি কৰি।
সৎ সঙ্গৰ নিমিষ মাত্ৰকো নুহি সৰি॥ ৩১৮ ॥
জ্ঞান বৈৰাগ্যাদি একো নকৰি যতন।
অৱশ্যে কৃষ্ণক পাইব কৈলোঁ বিদ্যমান॥
তাসম্বাৰ সঙ্গে শুনি কৃষ্ণ কথামৃত।
এৰিব নপাৰে যদি ৰসে মজে চিত্ত॥ ৩১৯ ॥

ৰসকো নজানে যদি থাকয় সঙ্গত ।
তথাপিতো মুক্ত হোৱে কৰ্ম্ম বন্ধনত ॥
সৎসঙ্গত সন্তৰ ধৰ্ম্মত যিটো জনে ।
বঢ়াইলেক ৰতি যেবে পৰম যতনে ॥ ৩২০ ॥
তাহাৰ মহিমা মই কি কৈবোঁ সম্প্ৰতি ।
অৱশ্যে কৃষ্ণৰ পাৱে লভিব ভকতি ॥
ভক্তি পাইলে আউৰ কিবা পাইবাক লাগয় ।
মুকুতি সুখকো সিটো বাঞ্ছা নকৰয় ॥ ৩২১ ॥
কৃষ্ণে দেন্তো সালোক্যাদি পদে নাই ইচ্ছা ।
প্ৰাকৃত্য সুখকো মনে দেখে সবে মিছা ॥
নিঃকিঞ্চন ভক্ত সবে যি সুখ লভয় ।
তেসম্বেসে জানে জানি আনন্দে মজয় ॥ ৩২২ ॥
আনে কদাচিতো তাক মনেও নজানে ;
তাসম্বাৰ লক্ষণ শুনিও বিদ্যমানে ॥
যাতো তাসম্বাৰ সদা হৃদয় মধ্যত ।
আপুনি থাকন্ত হৰি যেহেন লিখিত ॥ ৩২৩ ॥
যাতো প্ৰেম লতা জালে আছে বন্দী হুয়া ।
এতেকে নেৰন্ত প্ৰাণকৃষ্ণে তান হিয়া ॥
মহাপুৰুষাৰ্থ জানা সঙ্গতি সন্তৰ ।
অষ্টম পটল সাঙ্গ সাত্বত তন্ত্ৰৰ ॥ ৩২৪ ॥

# নবম পটল

নাৰদ বদতি প্ৰভু দেৱ মহেশ্বৰ ।
সবে মনোৰথ পূৰ্ণ হৈলেক মনৰ ॥
সকল সংশয় প্ৰভু তোমাৰ সম্বাদ ।
তৰিয়া লভিলোঁ প্ৰভু দুৰ্ল্লভ প্ৰসাদ ॥ ৩২৫ ॥
কৃতকৃত্য ভৈলোঁ প্ৰভু তোমাৰ কৃপাত ।
সামান্য সংশয় কিছু আছয় আমাত ॥
কৃষ্ণ-পদ-সেৱনত মহা লাভ পাই ।
ভুকুতি মুকুতি আনো ঠাৱতে মিলাই ॥ ৩২৬ ॥
তভো লোকে অন্য দেৱ ভজে কি কাৰণে ।
ইহাৰ যুগুতি প্ৰভু কহিয়ো আপোনে ॥
অদ্ভুততো অদ্ভুত মানো মোৰ মনে ।
অন্য দেৱ পূজে এৰি দেৱ নাৰায়ণে ॥ ৩২৭ ॥
শঙ্কৰ বদতি হাসি শুনা মুনিবৰ ।
পূৰ্ব্বে এক কথা হুয়া আছে আথান্তৰ ॥
পূৰ্ব্বে আদি সত্য যুগে লোক নিৰন্তৰ ।
হোৱে কৃতকৃত্য সবে নাৰায়ণপৰ ॥ ৩২৮ ॥
বিষ্ণুকেসে মাত্ৰ সবে পূজয় সাক্ষাত ।
অন্য দেৱতাৰ নামে নেদে ফুল পাত ॥
তেবে সব দেৱগণে মহা দুখ মনে ।
মোক লাগ লৈয়া সবে পৰম যতনে ॥ ৩২৯ ॥

এক যূথ হুয়া সবে পূজা লভিবাক।
কায় বাক্য মনে আৰাধিলা মাধৱক ॥
আমাৰ পূজাত তুষ্ট হুয়া ভগৱন্ত।
দেখা দিয়া সবাকো বচন বুলিলন্ত ॥ ৩৩০ ॥
হেৰা দেৱগণ হেৰা শুনা মহেশ্বৰ।
কহিবে নালাগে জানো সবাৰো গোচৰ ॥
পূজা নাপাই সবে আসি ভৈলা মোৰ থাই।
অৱতৰি আপুনি পূজিবোঁ মই যাই ॥ ৩৩১ ॥
লোকক শিখাইবোঁ সবে পূজা কৰিবাক।
তেবে সবে পূজা পাইবা কৈলো সত্যবাক ॥
হেন মতে দেৱতাক সম্বোধন কৰি।
মোক বিৰলক মাতি বুলিলা সাদৰি ॥ ৩৩২ ॥
হে মহেশ্বৰ তুমি মোৰ বাক্য ধৰা।
আগম শাস্ত্রক কহি মোক গোপ্য কৰা ॥
মই বোলোঁ ব্রহ্মহত্যা পাপ সহস্রেক।
সাম্য কৰিবাক পাৰোঁ কহিলোঁ প্রত্যেক ॥ ৩৩৩ ॥
তোমাৰ অৱজ্ঞা পাপ কৰিতে নপাৰোঁ।
কি কৰিবোঁ প্রভু কহা চৰণত ধৰোঁ ॥
বুলিলন্ত হৰি মোৰ নাম সহস্রেক।
প্রতিদিনে পঢ়ি পাপ এৰাইবা প্রত্যেক ॥ ৩৩৪ ॥
এহি বুলি গৈলা পাছে প্রভু নাৰায়ণ।
কৰিলোঁ আগম সবে তাহাৰ বচন ॥

কৃষ্ণক ঢাকিয়া পাছে নানা দেৱতাক।
যন্ত্র মন্ত্র তন্ত্র ফল দেখাইলোঁ সবাক ॥ ৩৩৫ ॥
আগমত মোহ হুয়া মন্দ বুদ্ধি জন।
কৃষ্ণক ইচ্চায়ে পূজে নানা দেৱগণ।
সুখক আশায়ে পূজে ন'না দেৱতাক।
ভোগ অৱসানে চলে ঘোৰ নৰকক ॥ ৩৩৬ ॥
হেন মতে প্রায়ে যেবে ভৈলা অভকত।
তেবে মোৰ মহাশঙ্কা মিলিল মনত ॥
পাছে গৈয়া কৃষ্ণ পদে পশিলোঁ শৰণ।
আৰম্ভিলোঁ স্তুতি সাৱধান কৰি মন ॥ ৩৩৭ ॥
নমো নমো কৃষ্ণ ইষ্ট ভকত বান্ধৱ।
পূর্ণকাম জ্ঞাননিধি তুমিসে মাধৱ ॥
সৃষ্টিৰ আগত পাছে মধ্যৰ কালত।
অকলেসে থাকা মাত্র সাধুৰ মনত ॥ ৩৩৮ ॥
নানা তনু ধৰি কতো প্রকাশ অপাৰ।
তোমাৰ চৰণে কোটি কোটি নমস্কাৰ ॥
কাল কর্ম্ম প্রধানৰো সাক্ষী ভগৱন্ত।
তোমাৰ যশক যিবা শুনন্ত গাৱন্ত ॥ ৩৩৯ ॥
তাৰা সবে একো সুখ বাঞ্ছা নকৰয়।
নিঃকিঞ্চন ভক্তেসে পৰম সুখ পায় ॥
ময়ো সেৱা কৰি প্রভু তোমাৰ চৰণ।
তভো ভিন্ন বুদ্ধি কেনে ভৈলোঁ নাৰায়ণ ॥ ৩৪০ ॥

তথাপিতো তযু সেৱা লাভ হৌক মোৰ।
শ্ৰৱণ কীৰ্ত্তনে যাৰ তৰয় দোৰ্ঘোৰ ॥
হেনমতে স্তুতি মই কৰিয়া আছন্তে।
কৃপায়ে দিলন্ত দেখা প্ৰভু ভগৱন্তে ॥ ৩৪১ ॥
ইন্দ্ৰ নীল মণি যেন শৰীৰৰ কান্তি।
ঠাৱে ঠাৱে জ্বলে স্বৰ্ণ অলঙ্কাৰ পান্তি ॥
মুকুট কুণ্ডল হাৰ তাৰ যে কেয়ূৰ।
মঞ্জিৰ পিঙ্গট বস্ত্ৰ লম্বি মনোহৰ ॥ ৩৪২ ॥
হেন ৰূপ দেখি কৃষ্ণ পদ হৃদয়ত।
ধৰিবাক দিলোঁ অতি প্ৰেমে হুয়া মত ॥
কৃষ্ণ ৰাম দামোদৰ গোপাল গোবিন্দ।
হেনয় বোলন্তে ভৈল বাক্য গদ গদ ॥ ৩৪৩ ॥
নেত্ৰৰ লোতক জলে আনন্দ হৃদয়।
হেন দেখি মোক বুলিলন্ত কৃপাময় ॥
বোলন্ত শুনিয়ো হেৰা দেৱ মহেশ্বৰ।
তোমাৰ বাঞ্ছিত মই জানোঁ নিৰন্তৰ ॥ ৩৪৪ ॥
লোক নষ্ট গৈল দেখি আসিলা সত্বৰ।
কৃপায়ে উপায় দিবোঁ আৰ কিছু বৰ ॥
মোৰ লীলা চৰিত্ৰক কৰিয়ো বিস্তাৰ।
কহিয়ো নাহিকে যাতপৰে ধৰ্ম্ম আৰ ॥ ৩৪৫ ॥
তোমাৰ মুখত শুনি মোৰ লীলা কথা।
অৱশ্যে হৈবেক লোক বৈষ্ণৱ সৰ্ব্বথা ॥

অনুকূলা সুখ দাতা ঘৰিণী তোমাৰ ।
হৈবেক পাৰ্ব্বতী ভক্ত নাৰী মধ্যে সাৰ ॥ ৩৪৬ ॥
মোৰ ভক্ত সকলৰ অগ্ৰগণী তুমি ।
কহিলোঁ সকলে হেৰা চলি যাওঁ আমি ॥
এই বুলি গৈলা প্ৰভু জগত ঈশ্বৰ ।
পৰম কৃতাৰ্থ ভৈলোঁ ময়ো পায়া বৰ ॥ ৩৪৭ ॥
সেহি দিন আৰম্ভিয়া পাৰ্ব্বতী সুন্দৰী ।
ভৈলন্ত বৈষ্ণৱী মোৰ সঙ্গে ৰঙ্গ কৰি ॥
পুছিলা পাৰ্ব্বতী তেবে কথা গোবিন্দৰ ।
তুমিয়ো পুছিলা কৃষ্ণ কথা মনোহৰ ॥ ৩৪৮ ॥
সনত কুমাৰ আদি সবে মুনিগণ ।
কুবেৰ প্ৰমুখ্যে আনো অনেক সজ্জন ॥
নন্দীশ্বৰ আদি পাৰিষদ যত আছে ।
পৃথকে পৃথকে সবে পুছিলেক পাছে ॥ ৩৪৯ ॥
কৃষ্ণৰ অমৃত কথা জগত পাৱনি ।
পৃথকে পৃথকে সবে কহিলোঁ আপুনি ॥
মোৰ এহি পুত্ৰ গণপতি বিচক্ষণে ।
পুছন্ত সবৰ বাক্য লীলাৰঙ্গ মনে ॥ ৩৫০ ॥
মোহোৰ সিদ্ধান্তচয় যতনে লিখন্ত ।
পৰম বিবেকী এন্তে মহা বুদ্ধিৱন্ত ॥
তাসম্বাৰ মোহোৰ সম্বাদ অদভুত ।
তন্ত্ৰ নামে শাস্ত্ৰ পাছে ভৈলেক লোকত ॥ ৩৫১ ॥

পাছে তন্ত্র শ্রোতা সবে পৃথিবীক আনি ।
থানে থানে কহিবেক অধিকাৰ জানি ॥
তুমিয়ো সাত্বত তন্ত্র ৰহস্য পৰম ।
গোবিন্দৰ যাত মহা প্ৰীতি নিরুপম ॥ ৩৫২ ॥
নৈমিষাৰণ্যত সৌনকাদিৰ আগত ।
কহিবাহা আক তুমি মহাভাগৱত ॥
নাৰদ বদতি প্ৰভু শুনা মৃত্যুঞ্জয় ।
শুনিলোঁ তোমাৰ মুখে সকলে নির্ণয় ॥ ৩৫৩ ॥
সাত্বত তন্ত্রক মোক কহিলা উত্তম ।
একখানি সংশয় মিলিছে মনোৰম ॥
বেদৰ বিহিত হিংসা যজ্ঞত কৰিলে ।
কিছু বাধা নাহি হেন বেদবাদী বোলে ॥ ৩৫৪ ॥
হিংসাক নিষেধ তুমি কৰিলা ইহাত ।
শ্রুতি স্মৃতি কেনে ৰহে কহিয়ো আমাত ॥
শিৱ নিগদতি মুনি শুনিয়ো নিশ্চয় ।
প্রবৃত্তি নিবৃত্তি কৰ্ম্ম দ্বিবিধ হোৱয় ॥ ৩৫৫ ॥
প্রবৃত্তি কৰ্ম্মত স্বৰ্গলোকে চলি যাই ।
পুণ্যশেষে পৃথিবীত উপজে দুনাই ॥
নিবৃত্তি নৈষ্ঠিক চয় প্ৰকাৰ নিয়মে ।
অনুজ্ঞাসে মাত্র বেদে দি আছে সংযমে ॥ ৩৫৬ ॥
হিংসা পুনু কদাপি বেদৰ মত নুই ।
যদি শুনা ৰাগান্ধক অনুজ্ঞাসে হুই ॥

অহিংসা পৰম ধৰ্ম্ম বেদৰ বচন ।
বেদৰ নিবৃত্তি অৰ্থ জানিবা শোভন ॥ ৩৫৭ ॥

শুনা সভাসদ কৃষ্ণ কথা মনোহৰ ।
পৰম সৰ্ব্বস্ব ইটো ভকত জনৰ ॥
তন্ত্র বুলি আক নকৰিবা অৱহেলা ।
ভকতি সুখৰ দেখা আছে আত মেলা ॥ ৩৫৮ ॥
কৃপায়ে কহিলা যাক দায়ালু শঙ্কৰে ।
শুনিলন্ত সাদৰে নাৰদ মুনিবৰে ॥
ইহাক শুনিলে হুইবে অৱশ্যে কুশল
হেন জানি তেজিয়োক মনত বিকল ॥ ৩৫৯ ॥
কৃষ্ণৰেসে কথায়ে চিত্তক কৰে শান্ত ।
এতেক কথাত চিত্ত কৰিয়ো একান্ত ॥
কৃষ্ণৰ কিঙ্কৰে কহে ভাগৱত মিশ্র ।
ৰাম ৰাম বুলি তৰা সংসাৰ তামিশ্র ॥ ৩৬০ ॥



# ছবি ।

শঙ্কৰ বদতি মুনি হিংসাৰ কহিলোঁ কথা
বেদৰ যেনহি অভিপ্ৰায় ।
বিশেষত ভকতৰ হিংসা কৰ্ম্মত্যাগ হুই
যাতো হৰি সবাতো আছয় ॥

ময়ো আগমত যিবা হিংসাক বিহিয়া আছোঁ
কামুকৰ ফলৰ কাৰণে ।
মোৰ অভিপ্ৰায় নুহি জানিবাহা সাৰে সাৰ
যাতো আজ্ঞা দিলা নাৰায়ণে ॥ ৩৬১ ॥
এতেকে তুমিয়ো মুনি কাম্য কৰ্ম্ম পৰিহৰি
কৃষ্ণকথা শুনা ৰাত্ৰিদিন ।
প্ৰবৃত্তি শাস্ত্ৰক তুমি কদাচিতো নাচৰিবা
শুনিলে মলিন হৈবে মন ॥
পৰমাৰ্থ পদ যিটো নজানিয়া দুষ্টজনে
পশু মাৰি দেৱক যজয় ।
কৰ্ম্মভোগ অৱসানে আসন্তে পথত তাক
পশুসবে বেঢ়িয়া কাটয় ॥ ৩৬২ ॥
নিবৃত্তি শাস্ত্ৰৰ মাজে হৰি ভকতিসে মুখ্য
বিশেষত কৃষ্ণলীলা কথা ।
জগতৰে সুমঙ্গল ইহাক কীৰ্ত্তন কৰা
কৰ্ণে আক শুনিয়ো সৰ্ব্বথা ॥
যাৰা অন্য দেৱতাৰ শৰণ ভজন চাৰি
কৃষ্ণতেসে শৰণ পশয় ।
ইহ পৰলোকে তাৰা কৃতাৰ্থ হৰিৰ প্ৰিয়
আনন্দতে বৈকুণ্ঠে চলয় ॥ ৩৬৩ ॥
কহিলোঁ তোমাত এই উত্তম সাত্বত তন্ত্ৰ
ইসে বিষ্ণুভক্তৰ জীৱন ।

সৰ্ব্বসিদ্ধি বিধায়ক শ্ৰৱণ কীৰ্ত্তন আৰ
কৃষ্ণভক্তি উপজে শোভন ॥
ভক্তিক লভিলে যদি আৰ কিবা পাইবে বৈল
যাতো হৰি হোন্ত তাত বশ্য।
ভক্তিসি সুগম পথ পূৰে সবে মনোৰথ
জানা ভক্তি পৰম ৰহস্য ॥ ৩৬৪ ॥

সাত্বত তন্ত্রৰ সাৰ সংগ্ৰহ শুনিয়ো মুনি
বিৰাটৰ জন্ম কৈলোঁ যাত।
শ্ৰীবিষ্ণু অৱতাৰ পূৰ্ণ অংশ কলা ভেদ
ভক্তি ভেদ কহিলোঁ তোমাত ॥
ভক্তৰ লক্ষণ মই পৃথকে পৃথকে কৈলোঁ.
যুগধৰ্ম্ম মোক্ষৰ সাধন।
বিষ্ণুনাম সহস্ৰেক নামৰ মহিমা মই
তোমাত কৰিলোঁ নিৰূপণ ॥ ৩৬৫ ॥
বিষ্ণু নাম বৈষ্ণৱৰ অপৰাধ নিৰূপিলোঁ
তাহাৰ কহিলোঁ প্ৰায়শ্চিত্ত।
সৰ্ব্বসাৰ ৰহস্যক নিৰূপণ কৰিলোঁহোঁ
তন্ত্ৰৰ কাৰণ যথোচিত ॥
হিংসাবিধি নিষেধক সকলে তোমাত কৈলোঁ
তোমাৰ প্ৰশ্নৰ অনুসাৰে।

কৃষ্ণৰ একান্ত ভক্তি তুমি মহা ভাগৱত
তাতেসে কহিলোঁ বাৰম্বাৰে ॥ ৩৬৬ ॥
যাৰ নাম কীৰ্ত্তনত শ্ৰৱণত স্মৰণত
পাপৰাশি সকলে দহয় ।
শুদ্ধ শান্ত দেহ হুয়া নিৰুপাধি সুখ পায়া
আনন্দতে মজিয়া থাকয় ॥
হেনয় অনন্ত শান্ত জনাৰ্দ্দন লক্ষ্মীকান্ত
ৱেদ সবে যাৰ গুণ গাৱে ।
নিৰঞ্জন সনাতন নিত্যানন্দ চিদানন্দ
কোটিবাৰ নমোঁ তান পাৱে ॥ ৩৬৭ ॥
এহি বুলি গৌৰীনাথ নাৰদ মুনিক চায়া
থাকিলন্ত মহাৰঙ্গ মনে ।
সাত্বত তন্ত্ৰৰ জানা নৱম পটল এহি
সমাপতি হৰিক স্মৰণে ॥

শুনিয়োক সভাসদ ইটো কৃষ্ণ কথাপদ
হেলা নকৰিবা আক জানি ।
আপোন সদয় গুণে হুয়া অতি তুষ্ট মনে
নেৰিবাহা ৰামকৃষ্ণ বাণী ॥ ৩৬৮ ॥
মোৰ নধৰিবা দোষ নকৰিবা অসন্তোষ
মই পুনু অতি অল্প জন ।

হৃদয়ত থাকি কৃষ্ণে যিমত দিলন্ত শিক্ষা
তেনমতে কৈলোঁ নিৰূপণ ॥
বড়া টুটা যত দোষ যিবা অৰ্থ নপাইলোঁহোঁ
তাক কৃষ্ণে ক্ষমা কৰন্তোক।
মইসে অনাথ তেহো অনাথৰ নাথ প্ৰভু
মোক কৃপাদৃষ্টি চাহন্তোক ॥ ৩৬৯ ॥



## দুলড়ি।

নমো নমো কৃষ্ণ ইষ্টদেৱ মোৰ
পতিত পাৱন হৰি।
দীন দয়াশীল ভকত বৎসল
দুখিতৰ দুখহাৰী ॥
মোৰ মনোৰথ পূৰিয়োক নাথ
ৰাখিয়ো সাধুসঙ্গত।
কোটি শতবাৰ নমস্কাৰ কৰোঁ
তযুপদ কমলত ॥ ৩৭০ ॥

মোৰ ইটো মন পাপিষ্ঠ দুৰ্জ্জন
নৰমে তযু কথাত।
আবে কি কৰিবোঁ দিয়ো উপদেশ
শৰণ লৈলোঁ তোমাত ॥
মই যেন মত জানা ভাল মত
কিছুৰো নভৈলোঁ পাত্ৰ।
তোমাৰ চৰণে ভক্তি পাইলে সবে
মই সে ৰহিলোঁ মাত্ৰ ॥ ৩৭১ ॥
মই সম নাহি পাতকী পৰম
তুমি সম পাপহাৰী।
যেহেন যুৱাই তেনয় কৰিয়ো
শৰণ লৈলোঁ মুৰাৰি ॥
শুনা সৰ্ব্বলোক মোৰ নিজগুৰু
দামোদৰ কৃপাময়।
তাহান মহিমা কৈয়া নপাওঁ সীমা
অনন্ত গুণ আলয় ॥ ৩৭২ ॥
আছিলন্ত এক দ্বিজ শুদ্ধমতি
তানে মুখ্য পাৰিষদ।
নামে ভগৱন্ত মহা গুণৱন্ত
নাহি যাত লোভ মদ ॥
ৰূপে মনোহৰ গৌৰ কলেৱৰ
সকলে লোকৰঞ্জন।

ভক্তি প্রবর্ত্তাইয়া দীন দৰিদ্রক
পালিলা যিটো সজ্জন ॥ ৩৭৩ ॥
তানে দিব্য সত্র গোবিন্দপুৰত
আছিলেক মনোহৰ।
যাত ভগৱন্তে নামৰ আন্দোলে
পূৰে দিশ নিৰন্তৰ ॥
অনেক বৈষ্ণৱ আছিলেক তাত
সবে নামপৰায়ণ।
তাৰাৰ সঙ্গত তাসম্বাৰ স্নেহে
আছিলোঁহো ৰঙ্গমন ॥ ৩৭৪ ॥
প্ৰভুৰ আজ্ঞায়ে তাসম্বাৰ আগে
ভাগৱত গূঢ় শাস্ত্ৰ।
মতি অনুৰূপে কৰিলোঁ ব্যাখ্যান
যদ্যপি নুহিকো পাত্ৰ ॥
তেহে আজ্ঞা দিয়া কৰাইলন্ত পদ
তাতেসে কৰিলোঁ আমি।
সভাসদ লোক সবে বুলিয়োক
তুষ্ট হোক কৃষ্ণস্বামী ॥ ৩৭৫ ॥
একে কৃষ্ণদেৱ তান পদে সেৱ
নছাৰোক গুণ নাম।
সাধুৰ সঙ্গত ভকতি ৰহোক
নোহোক কিছু বিৰাম ॥

কৃষ্ণৰ কিঙ্কৰ ভাগবত মিশ্রে
বোলে কৰযোৰ কৰি ।
আলাসক এৰি নিৰন্তৰে নৰে
ডাকি বোলা হৰি হৰি ॥ ৩৭৬ ॥

---

অপৰাধ-সহস্রাণি ক্রিয়ন্তেঽহর্নিশং ময়া ॥
দাসোঽয়মিতি মাং মত্বা ক্ষমস্ব মধুসূদন ।

---